# জগন্নাথ বৰুৱা কলেজ

# আলোচনী

9

১৮-শ বছৰ ১৯৫৮

সম্পাদক দ্বয়

অনন্ত চন্দ্ৰ ভূঞা
(অসমীয়া শাখা)

অপূৰ্ব্ব বৰুৱা
(ইংৰাজী শাখা)

# অসমৰ সাংস্কৃতিক বিপৰ্য্যয়

শ্রীসৰোজ দেৱী (তৃতীয় বাৰ্ষিক ঃ কলা)

বাস্তৱ সভ্যতাই আজিৰ পৃথিৱীত বিজয় ডঙ্কা বজাব লাগিছে। পৃথিৱীৰ প্ৰত্যেক জাতিয়েই সভ্যতাৰ শিখৰত নিজকে শ্রেষ্ঠ প্ৰতিপন্ন কৰিবলৈ টনা-আজোৰা লগাইছে। কিন্তু প্রকৃত মানুহ হিচাপে জী থাকিবৰ কাৰণে বাস্তৱ সভ্যতাৰ উপৰিও মানসিক বৃত্তি বিলাকৰ উৎকৰ্ষ সাধনো অতীব প্রয়োজন। বাস্তৱ সভ্যতাই মানসিক উৎকৰ্ষ সাধন কৰিব নোৱাৰে। ইয়াৰ কাৰণে লাগে সাংস্কৃতিক সাধনা। সংস্কৃতিয়ে এজন মানুহ তথা এটা জাতিক মানসিক আৰু আধ্যাত্মিক উৎকৰ্ষতাৰ উচ্চ শিখৰলৈ লৈ যায়। আচলতে সভ্যতা আৰু সংস্কৃতিক লৈহে জাতীয় জীৱন গঠিত হয়। এটা জাতিৰ উন্নতিৰ মানদণ্ড বিচাৰ কৰিবলৈ যাওঁতে সেই জাতিৰ সভ্যতাৰ লগে লগে সংস্কৃতিৰ কথাও আহি পৰে, কিয়নো সভ্যতা আৰু সংস্কৃতি দুয়ো দুয়োৰে পৰিপূৰক, এটাক এৰি এটাৰে জাতীয় জীৱন গঠিত হব নোৱাৰে।

জোন আৰু বেলিৰ সম্বন্ধ যেনেকুৱা, জাতীয় জীৱনৰ লগত সংস্কৃতি আৰু সভ্যতাৰ সম্বন্ধও তেনেকুৱাই। সংস্কৃতি আৰু সভ্যতাৰ ৰশ্মিৰ মাজেদিয়েহে জাতীয় জীৱনে নিজক বিকশিত কৰে। এই দুটা বস্তু বিশেষকৈ সংস্কৃতিৰ অবিহনে জাতীয় জীৱন বিকল। সভ্যতাই এটা জাতিক সুসংস্কৃত কৰি তোলাত সহায় নকৰেই বৰঞ্চ সংস্কৃতিবিহীন সভ্যতাই জাতিৰ জীৱনত বিপদৰ সূচনাহে কৰে। মুঠতে সংস্কৃতি জাতীয় জীৱনৰ প্ৰাণ আৰু সভ্যতা তাৰ শৰীৰ স্বৰূপ।

সংস্কৃতিনো কি বস্তু তেনে বিচাৰ কৰি চোৱা যাওঁক। ইংৰাজী 'culture' শব্দৰ প্ৰতিশব্দই হৈছে সংস্কৃতি। ইয়াৰ ইতিহাস বৰ্তমানৰ নহয়—অতি প্ৰাচীন; গীত, নৃত্য, বাদ্য আদি ললিত-কলাৰ ভিতৰতেই সংস্কৃতি সীমাবদ্ধ নহয়। অৱশ্যে এইবিলাক সংস্কৃতিৰ একোটা একোটা বিশেষ অঙ্গ গীত, নৃত্য, বাদ্য, ভাস্কৰ্য্য আদি বিভিন্ন সুকুমাৰ কলা, ভাষা, সাহিত্য, বিজ্ঞান আৰু নানাবিধ সামাজিক অনুষ্ঠান সমূহৰ সমন্বয়তেই সংস্কৃতিৰ জন্ম। ধৰ্ম্ম সংস্কৃতিৰ ভিতৰুৱা বস্তু হয়নে নহয়—এইবিষয়ে যথেষ্ট মতভেদ আছে। কিন্তু বহুতো মনীষীয়ে ধৰ্ম্মক সংস্কৃতিৰ সংজ্ঞাৰ পৰা বাদ দিছে। এই ক্ষেত্ৰত এবাৰ পুৰুষোত্তম দাস টেণ্ডনেও কৈছিল—"My submission is that our country should never now make the mistake of onfusing culture with religion. There can be one culture for persons fessing different religion, for culture has religion to that land and

climate and environments of a place. People living in one region have similar ways of life, customs, and speech, but they practice their religion and observe its rituals in their own ways. China is an example of it."

পাৰিপাৰ্শ্বিক বাতাবৰণ আৰু প্ৰাকৃতিক অৱস্থাই সংস্কৃতিৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰে। প্ৰাকৃতিক অৱস্থাৰ দাস হৈয়েই কোনো এক নিৰ্দ্দিষ্ট ঠাইৰ মানুহৰ জীৱন-ধাৰাই একে পথেৰে গতি কৰে। এই লোকসমূহৰ জীৱন-যাত্ৰাৰ পদ্ধতি, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, ভাষা-সাহিত্য, বিজ্ঞান-সুকুমাৰ কলা, আৰু সামাজিক বা ব্যক্তিগত আদৰ্শ আদি সকলোকে সামৰি লৈ সেই ঠাই লোক সকলৰ মাজত একে সংস্কৃতি গঢ় খাই উঠে ; আৰু এই নিৰ্দ্দিষ্ট লোকসকলৰ সংস্কৃতিয়ে যেতিয়া সময়ৰ দাবী মানিয়েই হওঁক বা মহান পুৰুষ সকলৰ চেষ্টাৰ ফলতেই, হাত-জোখা পৰিসৰ ভেদ কৰি বহল সমাজমুখী হয় তেতিয়াই ই এটা জাতিৰ তথা এখন দেশৰ সংস্কৃতি হৈ পৰে।

এই দৃষ্টিভঙ্গীৰে বিচাৰ কৰিলে দেখা যায় অসমৰ প্ৰাকৃতিক অৱস্থাৰ পৰিণতি স্বৰূপে এক বিশিষ্ট জীৱন-ধাৰাক কেন্দ্ৰ কৰি, প্ৰাচীন ভাৰতীয় ভাৱধাৰাক আয়ত্ব কৰি আৰু অসমৰ মহান লোক সকলৰ অৱদানক গ্ৰহণ কৰি মানসিক, বাস্তৱ, আৰু আধ্যাত্মিক ক্ষেত্ৰত অসমীয়া জনসাধাৰণে যি উন্নতি কৰিছে—সিয়েই অসমীয়া তথা অসমৰ সংস্কৃতি। অসমীয়া সংস্কৃতিৰ গুৰি বিচাৰি গ'লে বহুতো জগতৰ ইতিহাস আমাৰ দৃষ্টিগোচৰ হয়—যি সকল প্ৰথমে অসমীয়া সাংস্কৃতিক ইতিহাসৰ জন্ম দিওঁতা আছিল, এওঁলোকৰ ভিতৰত অষ্ট্ৰিক, দ্ৰাবিড়, আৰ্য্য আৰু চীন-তিব্বতীয় লোক সকলেই প্ৰধান।

অষ্ট্ৰিক সকল পোনতে ভাৰতলৈ আহে। এওঁলোক অসমৰ উত্তৰ-পূৱ চুকেদি সোমাই গোটেই ভাৰততে বিয়পি পৰে। এওঁলোক আছিল প্ৰধানতঃ কৃষিজীৱি। নদীৰ পাৰে পাৰে কৃষিক কেন্দ্ৰ কৰি অষ্ট্ৰিক সকলৰ যি সভ্যতা আৰু সংস্কৃতি গঢ় খাই উঠিছিল সিয়েই আছিল প্ৰাচীন ভাৰতীয় সভ্যতাৰ মূল উৎস। ভাৰতীয় সংস্কৃতি তথা সভ্যতালৈ এওঁলোকৰ দান আছিল দাৰ্শনিক আৰু আধ্যাত্মিক মুখী, যিহেতু এওঁলোকে গাওঁ পাতি বাস কৰিছিল আৰু গাওঁক কেন্দ্ৰ কৰিয়েই সংস্কৃতিৰ জন্ম হৈছিল। ইয়াৰ পিছত ভাৰতৰ বুকুলৈ দ্ৰাবিড় সকলৰ আগমন। এই দ্ৰাবিড়সকলৰ সভ্যতা আৰু সংস্কৃতি হল নগৰাভিমুখী, অষ্ট্ৰিক আৰু দ্ৰাবিড়সকলৰ জীৱনলৈ সংঘাত আনিলে—আৰ্য্যসকলে। এওঁ-লোকেই শেষত ভাৰতৰ বুকুত নিগাজী ৰাজ্য স্থাপন কৰে আৰু তেতিয়াৰ পৰাই ভাৰতীয় সংস্কৃতিয়ে এক নিজস্ব ৰূপ পালে। কিন্তু অসমীয়া সংস্কৃতিৰ গুৰি ভাৰতীয় সংস্কৃতিতকৈ কিছু বেলেগ ধৰণৰ— যদিও ভাৰতীয় সংস্কৃতিৰে ই অংশ বিশেষ। অসমৰ বুকুলৈ যিমানবোৰ জাতি আহিছিল সেই সকলোবোৰেই অসমৰ বুকুত নিজ নিজ সভ্যতা বিস্তাৰ কৰিছিল। কালক্ৰমত অসমৰ বিশিষ্ট ধৰণৰ ভৌগলিক পৰিবেশ আৰু জলবায়ুৰ কাৰণে এই বিভিন্ন জাতিবিলাকৰ মানসিক আৰু সামাজি অৱস্থাই এক নতুন ৰূপ ধাৰণ কৰিলে আৰু এই সকলোবোৰৰ সংমিশ্ৰণতেই অসমীয়া সংস্কৃতি

খাই উঠিল। সেয়েহে নানা জাতিৰ দেশ অসমত স্বকীয়া সভ্যতা আৰু সংস্কৃতিৰ আভাষ পোৱা যায়। গতিকে দেখা গ'ল যে কোনো এটা বিশেষ জাতিৰ আলম নলৈ প্ৰাচীন অসমীয়া সংস্কৃতিয়ে জন্ম লৈছিল—অষ্ট্ৰিক, নিগ্ৰো, মঙ্গোলিয়ান, আলপাইন, আৰ্য্য, অনাৰ্য্য আদি বিভিন্ন জাতিৰ সংমিশ্ৰণত বৰ্ত্তমানো ই নিজকে পৰিপুষ্ট কৰিছে নগা, মিকিৰ, গাৰো, খাছীয়া, আহোম, টাই, কছাৰী-মুছলমান আদি বিভিন্ন জাতিৰ সানমিহলি অৱদানক গ্ৰহণ কৰিহে।

অসমীয়া সংস্কৃতিৰ কথা আলোচনা কৰোতে অসমীয়া সমাজখনৰ কথাও আহি পৰে। আমাৰ সমাজখনৰ পৰাহে প্ৰাচীন অসমীয়া সংস্কৃতিৰ জন্ম হৈছিল আৰু আজিও অসমীয়া সংস্কৃতিক লালন-পালন কৰিছে অসমীয়া সমাজখনে, যদিও সময়ৰ আঁচোৰৰ পৰা ই নিজকে ৰক্ষা কৰিব পৰা নাই কোনোকালে।

অসমীয়া সমাজৰ প্ৰাণস্বৰূপ বিহু-উৎসৱ আমাৰ আলোচ্য বিষয় সংস্কৃতিৰ ক্ষেত্ৰত প্ৰধানতঃ মন কৰিবলগীয়া। বিহুৱেই অসমীয়া সংস্কৃতিৰ বিৰাট প্ৰতিবিম্ব। কৃষিজীৱি, অষ্ট্ৰিক সকলেই ইয়াৰ জন্মদাতা আৰু সেই প্ৰাক-ঐতিহাসিক দিনৰ পৰাই আজি পৰ্য্যন্ত বিহু-উৎসৱ অসমীয়া সংস্কৃতিৰ নিদৰ্শন ৰূপে থিয় দি আছে। এই বিহু-উৎসৱতেই নানান সুকুমাৰ কলাৰ বিকাশ দেখা যায়। নাচনীৰ নাচোন, ঢুলীয়াৰ ঢোল, শিপিনীৰ ফুলাম বচা বিহুৱান, লখিমীৰ মৰম-পৰশা চিৰা, পিঠা, আদি বিহুৰ ভিতৰুৱা বস্তুৱে আৰু বিশেষকৈ অসমীয়াৰ প্ৰাণৰ পৰা স্বতঃস্ফূৰ্ত্তঃ ভাৱে বাগৰি অহা বিহু-গীতবোৰে অসমীয়া সংস্কৃতিক সদায় এটা নিজস্ব বৈশিষ্টতাৰে ৰক্ষা কৰি আহিছে আৰু ভৱিষ্যতলৈও কৰিব। সামাজিক অনুষ্ঠানবোৰৰ ভিতৰত বিবাহ উৎসৱো মন কৰিবলগীয়া, ই মূলতঃ ধৰ্ম্মৰ ওপৰত প্ৰতিষ্ঠিত হলেও অসমীয়া সমাজৰ ৰীতি-নীতি আচাৰ-ব্যৱহাৰ আদি ইয়াৰ মাজেদি ভালকৈ প্ৰবিস্ফুট হয়।

ইয়াৰ পিছত আহি পৰে গাওঁৰ টোল, পাঠশালা, নামঘৰ আদি য'ত সামাজিক জীৱনে বিকাশ লাভ কৰিবলৈ সুবিধা পাইছিল। অসমীয়া মানসিক আৰু আধ্যাত্মিক উৎকৰ্ষমূলক সংস্কৃতিলৈ এই-বিলাকৰ দান অসীম। "Simple living and high thinking" হৈছে অসমীয়া সংস্কৃতিৰ প্ৰধান লক্ষণ। আনহাতে গাওঁৰ টোল পাঠশালা আদিক কেন্দ্ৰ কৰিয়েই এই বিশিষ্ট ভাৱধাৰাই গা কৰিছিল। শঙ্কৰ-মাধৱ আদি মহান লোকসকল— যি সকলৰ অৱদান অসমীয়া সংস্কৃতিৰ দেউলত নিত্য বিদ্যমান সেই সকলো প্ৰকৃত মানৱ হিছাপে জন্মগ্ৰহণ কৰিছিল এই বিলাকৰ পৰাই।

দ্বিতীয়তে আমাৰ দৃষ্টিগোচৰ হয় বাস্তৱ সভ্যতামূলক সংস্কৃতিলৈ। এইবিধ সংস্কৃতিৰ আধাৰ হৈছে বাসোপযোগী ঘৰবিলাক। অসম যে এই ক্ষেত্ৰত দুখীয়া নহয় তাৰ চিনাকী দিয়ে সুনিপুণ ভাৱে বাৰী-ঘৰ পাতি আহল-বহল ঘৰ-দুৱাৰ সাজি বাস কৰা অসমীয়া জাতিৰ শিল্পনিপুণ মনটিয়ে।

অসমীয়া সংস্কৃতিৰ ইতিহাসৰ আৰু দুটা উৎস হৈছে মাধৱ তথা শঙ্কৰৰ দান আৰু চতুৰ্থতে সত্ৰবিলাকৰ দান। সংস্কৃতিৰ লগত ভাষা আৰু সাহিত্যৰ তেজ-মাংসৰ সম্বন্ধ শঙ্কৰী যুগৰ সাহিত্যৰ উন্নতিৰ চৰম সীমাই অসমীয়া সংস্কৃতিত এক বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছে। শঙ্কৰৰ বৈপ্লৱিক দৃষ্টিভঙ্গী

আৰু বেলেগ বেলেগ ললিতকলা তথা সুকুমাৰ কলাৰ উন্নতিৰ পথত শঙ্কৰ-মাধৱৰ অৱদানে অসমীয়া সংস্কৃতিৰ ওপৰত সৰ্ব্বভাৰতীয় বহণ সানি তাক উজ্জ্বলৰ পৰা উজ্জ্বলতৰ কৰি তুলিলে।

আনহাতে সেইসময়ত সত্ৰবিলাকত যথেষ্ট ভাৱে সুকুমাৰ কলা আৰু কাৰিকৰী বিদ্যাৰ চৰ্চ্চা হৈছিল। এই বিলাকেও আমাৰ সংস্কৃতিৰ মন্দিৰত নৈবেদ্য যোগোৱাত যথেষ্ট সহায় কৰিছিল।

ইয়াৰ বাহিৰেও সৰ্থেবাৰীৰ অসমীয়া কাহঁ-বাটি, অসমীয়া শিল্পীৰ ছুগছুগী, গামখাৰু, কেৰু, চিপাত, জোনবিৰি আদি বিভিন্ন অলঙ্কাৰৰ মাজেদি ফুটি উঠা শিল্প প্ৰতিভা, পাহাৰী ভাই সকলৰ বাঁহ বেত আদিৰ নানান বস্তু, ৰংঘৰ, কাৰেংঘৰ, তলাতল ঘৰ, শিৱদ'ল, কামাখ্যা মন্দিৰ আদিৰ গাথঁনি আৰু আন আন বহুতো ভাস্কৰ্য্যই অসমীয়া সংস্কৃতিৰ বিৰাট ৰূপটোলৈকে আঙুলিয়াই।

আজিৰ অসমীয়া সংস্কৃতিৰ চিনাকী দিবলৈ গৈহে উপৰোক্ত কথা খিনি প্ৰাচীন সংস্কৃতিৰ প্ৰতিবিম্বৰূপে দেখুৱা হল মাত্ৰ। আনহাতে বৰ্ত্তমান অসমীয়া সংস্কৃতিৰ বিষয়ে কবলৈ যাওঁতে বা ইয়াক বিশ্বজনীন পটভূমিত পেলাই বিচাৰ কৰিবলৈ যোৱাৰ আগতে আজিৰ ভাৰতীয় সংস্কৃতি তথা বিশ্ব-সংস্কৃতিয়ে কোন বাটেৰে আগবাঢ়িছে আৰু কি অৱস্থাৰ সন্মুখীন হবলগীয়া হৈছে তাৰ বিষয়ে সামান্য আলোচনা কৰাও নিতান্তই প্ৰয়োজন।

ভাৰতীয় সংস্কৃতিৰ ইতিহাস অতি প্ৰাচীন। পুৰণি পৃথিবীৰ আন আন দেশে অজ্ঞানতাৰ আঁৰকাপোৰ গুচাই পোহৰৰ মুখ দেখিবলৈ নৌ-পাওঁতেই ভাৰতীয় ঋষি মুনি সকলে সংস্কৃতিৰ চৰ্চ্চা কৰিছিল। সময়ৰ দুৰন্তগতিত ই নানা ঘাত প্ৰতিঘাতৰ মাজেদি আগবাঢ়ি আহিব লগীয়া হৈছে; আৰু বৰ্ত্তমান অৱস্থাত চাৰিউফালৰ জগতখনত যি এটা যান্ত্ৰিক সভ্যতাৰ প্ৰতিযোগীতা চলিছে তাৰ ফলত অকল ভাৰতীয় সংস্কৃতিয়েই নহয় সদৌ বিশ্ব সংস্কৃতিয়েই বিপদৰ বুকুলৈ বাট বুলিছে।

প্ৰাচ্য সংস্কৃতি আজি দো-মোজীয়া অৱস্থাত। সঁচা কথা—প্ৰাচ্যৰ দেশবোৰে সাংস্কৃতিক অভিযান চলাইছে, কিন্তু প্ৰশ্ন হৈছে—তেওঁলোকে কেনে দৃষ্টিভঙ্গীৰে সংস্কৃতিক নিৰীক্ষণ কৰিছে? সংস্কৃতিৰ চিৰন্তন মৰ্য্যদাক ৰক্ষা কৰিব পাৰিছে জানো? ভালদৰে মন কৰিলে দেখা যাব যে প্ৰাচ্যৰ প্ৰত্যেক জাতিয়েই আজি বাস্তৱ সভ্যতাক বেছিকৈ সাৰটি ধৰিছে। বাহিৰত সংস্কৃতিৰ জয়ঢোল কোৱালেও তেওঁলোকে অভিযান চলাইছে শক্তিৰ—সংস্কৃতিৰ নহয়। আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত নিজৰ শক্তি বঢ়াবলৈ গৈ প্ৰাচ্যৰ প্ৰত্যেক জাতিয়েই ইখনৰ পিচত সিখনকৈ মাৰাত্মক অস্ত্ৰ আৱিস্কাৰৰ অভিযান চলাইছে। ফলস্বৰূপে পৃথিবীৰ বুকুত শীতল যুদ্ধৰ বতাহ বলিছে। প্ৰাচ্যৰ দেশবোৰৰ যদি অলপো সাংস্কৃতিক বোধ থাকিলহেতেন বা সাংস্কৃতিক মৰ্য্যদা অক্ষুণ্ণ ৰাখিবলৈ চেষ্টা কৰিলেহেতেন তেনেহলে বিখ্যাত মনীষী সকলৰ কাৰাবৰণ, ইংলণ্ড-আমেৰিকা-ৰাছিয়া আদি দেশৰ মাজত সামৰিক অভিযান নচলিলেহেতেন।

এই বিষাক্ত বায়ুমণ্ডলে বৰ্ত্তমান অসমীয়া সংস্কৃতিৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰিছে আৰু ই বিপৰ্য্যয়ৰ বুকুলৈ আগবাঢ়ি গৈছে। আচলতে ইউৰোপৰ যান্ত্ৰিক বিপ্লৱেই ( industrial revolution ) সাংস্কৃতিৰ বুকুত সংঘাতৰ সৃষ্টি কৰিলে। যান্ত্ৰিক সভ্যতাৰ দ্ৰুত উন্নতিয়ে লগে

লগে মহাসমৰ চুখনে অকল অসমৰেই নহয় গোটেই বিশ্বসংস্কৃতিৰে ককাল বেঁকা কৰি দিলে। হাদিৰাচকিৰ ৰণৰ অসমৰ স্বাধীন সূৰ্য্যৰ শেষ অস্তগামী ক্ষীণ পোহৰ চেৰেঙাৰ লগতেই অসমীয়া সংস্কৃতিও নিষ্প্ৰভ হৈ গ'ল। ইয়াৰ পিছৰ ডেৰশ বছৰীয়া পৰাধীন জীৱনে অসমবাসীৰ অকল মানসিক মৃত্যুকে ঘটোৱা নাছিল ; গীত, নৃত্য, ভাষা-সাহিত্য, ভাস্কৰ্য্য আদি সকলো ফালৰ পৰাই অসমীয়া সংস্কৃতি মৃত্যুৰ কবাল গৰাহত পৰিল। নিজৰ নিজত্ব হেৰুৱাই পৰাধীন অসমীয়া জাতি মোহ গ'ল পাশ্চাত্য সভ্যতাৰ ৰঙচঙীয়া প্ৰলেপত। ভূতৰ ওপৰত দানহ পৰাৰ দৰে একে সময়তে ওচৰ চুবুৰীয়া বঙ্গ ভাষাই অসমীয়া ভাষাক গলাধঃকৰণ কৰিবলৈ মুখ মেলি আছিল।

অসমীয়া সংস্কৃতিৰ এই কালক্ষণত পাঞ্চজন্যত ফুকাৰ দিলে—কেইজনমান অসমৰ কালজয়ী লোকে। এওঁলোকেই অসমীয়া সংস্কৃতিৰ ওপৰত সঞ্জীৱনীৰ পৰশ বুলালে। এওঁলোকৰ অক্লান্ত চেষ্টাৰ ফলত ই ধ্বংসৰ বুকুৰ পৰা ঘূৰি আহিল যদিও উন্নতিৰ পথত বেছিদূৰ আগবাঢ়িব নোৱাৰিলে।

সংস্কৃতিৰ ওপৰত সমাজৰ প্ৰভাৱৰ বিষয়ে আগতেই উনুকিয়াই অহা হৈছে। অসমীয়া সংস্কৃতি আমাৰ সমাজৰ পৰাই জন্ম। সমাজ স্থিতিশীল নহয় ; গতিশীল। সংস্কৃতিও গতিশীল। যুগে যুগে সামাজিক অৱস্থাই নানা ৰূপ সলাই আহিছে আৰু অসমীয়া সমাজৰ লগতে সংস্কৃতিও পৰিবৰ্ত্তন হৈ আজি কুৰিশতিকাত জটিল ৰূপ ধাৰণ কৰিছে। বিদেশী শাসনে আমাৰ সংস্কৃতিৰ জকাঁটোহে ৰাখিলগৈ। স্বাধীনতা পোৱাৰ পিচতো—পৰাধীনতা আৰু পাশ্চাত্য সভ্যতাই অসমীয়া সমাজত যি ৰঘুমলাৰ বীজ সিঁচি গল—সি পোখা মেলি অসম ছাটি ধৰিছে, ইয়াৰ ফলস্বৰূপে অসমৰ সংস্কৃতিয়ে আজি নিজকে বৰ বিপন্ন বোধ কৰিছে।

ভাষা, সাহিত্য, গীত, নৃত্য, বাদ্য আদি সকলো ফালৰ পৰা অসমীয়া সংস্কৃতি বিপদৰ সম্মুখীন হৈছে। আজি অসমীয়া ভাষা আৰু সাহিত্য লৈও টনা আজোৰা চলিছে। অসমীয়া সাহিত্যিকে যথেষ্ট ভাৱে সাহিত্য দেউলত উপাচাৰ আগবঢ়াব পৰা নাই। বিশ্ব-সাহিত্যৰ লগত ফেৰ মাৰিবলৈ যোৱা দূৰৰ কথা আনকি ভাৰতীয় সাহিত্যৰ তুলনাতেই আমাৰ সাহিত্য বহুতো পিছ পৰা। বিভিন্ন বজকৰা শব্দৰ আমদানিৰ ফলত অসমীয়া ভাষাৰ অৱস্থাও তদনুৰূপ।

অসমৰ সাংস্কৃতিক বিপৰ্য্যয়ৰ আন এটা কাৰণ হৈছে আমাৰ সংস্কৃতিৰ মাজত আজি সংহতিৰ অভাৱ। ভাৰত চৰকাৰৰ শাসন-নীতি এই ক্ষেত্ৰত বহুত ভাৱে জগৰীয়া বুলি কব লাগিব। প্ৰাচীন দিনৰ পৰাই পৰ্ব্বত-ভৈয়াম, হিন্দু-মুছলমান আদি সকলোৰে সংঘটিত অৱস্থাৰ ফলতেই অসমীয়া সংস্কৃতি গঢ় খাই উঠিছে। আনকি পাহাৰী ভাই সকলৰ অৱদান বাদ দিলে ই আধকৰা হৈয়ে ৰ'ব। ভৈয়ামবাসী আৰু পাহাৰী ভাই সকলৰ মাজত যি মিলা প্ৰীতিৰ সুযোগ হেৰাইছে সি অসমীয়া সংস্কৃতি তথা সদৌ অসমীয়া জাতিটোৰে উন্নতিৰ পথত বিৰাট অন্তৰায় তাক দূৰদৰ্শী লোক মাত্ৰেই অনুভৱ কৰিব পাৰিছে।

অসমৰ অৰ্থনৈতিক অৱস্থাও আমাৰ সাংস্কৃতিক বিপৰ্য্যয়ৰ কাৰণ বুলিব পাৰি। সংস্কৃতি টকাৰে কিনিব পৰা বস্তু নহয়। ইয়ালৈ লাগে গভীৰ সাধনা। আনহাতে সংস্কৃতিৰ সাধনা

কৰিবলৈ টকাৰ প্ৰয়োজন। তীব্ৰ অৰ্থনৈতিক অভাৱে অসমীয়া সামাজিক জীৱনৰ ভিতৰ চ'ৰা পঙ্গু কৰি পেলাইছে। জীৱন-ধাৰণৰ সম্বল বিচাৰি আমাৰ ডেকা-গাভৰুৱে আজি হাবাথুৰি খাইছে—সংস্কৃতিৰ চৰ্চা কৰিবলৈ তেওঁলোকৰ সময় ক'ত! দাৰিদ্ৰ্যতাই আজিৰ অসমীয়াৰ এটা শ্ৰেণীক সৰ্ব্বস্বান্ত কৰিছে আৰু আনহাতে মুষ্টিমেয় ধনী শ্ৰেণী এটাই আনশ্ৰেণীৰ ওপৰত শোষণ চলাইছে। অসমীয়া শিল্পীয়ে দাৰিদ্ৰ্যৰ তাড়নাত নিজকে বলি দিছে।

অসমীয়া ডেকা-গাভৰুৰ মানসিক অৱনতিও (mental upset) আমাৰ সংস্কৃতিৰ ডাঙৰ দুৰ্ভাগ্য। মানসিক অৱনতিয়ে তেওঁলোকৰ উৎসাহ, উদ্যোগ আদিত মায়াজাল বিস্তাৰ কৰিছে। সেয়েহে আজিৰ উঠি অহা ডেকা-গাভৰুৰ দলে তেওঁলোকৰ সংস্কৃতিলৈ একো অৱদান যোগাব পৰা নাই। অৱশ্যে আমাৰ ডেকা-গাভৰুৰ এই মানসিক অৱনতিৰ কাৰণে সমাজখনো বহু-পৰিমাণে জগৰীয়া। আগতেই উল্লেখ কৰিয়াই অহা হৈছে- অসমীয়া সংস্কৃতি সম্পূৰ্ণ সমাজমুখী। চাৰিউফালৰ আধুনিক প্ৰভাৱক সামৰি লবলৈ গৈ অসমীয়া সমাজ দুৰ্ব্বল হৈ পৰিছে। সামাজিক অনুষ্ঠানবোৰত কেৰোণে ধৰিছে। এই অসুস্থ বাতাৱৰণৰ ফলত আমাৰ উঠি অহা ডেকা-গাভৰুৰ মানসিক অৱস্থাই যে সুস্থভাৱে গঢ় লব নোৱাৰে স্বাভাৱিক কথা। বৰঞ্চ পশ্চিমীয়া সভ্যতাৰ আদৰ্শত অনুপ্ৰাণিত শিক্ষা-দীক্ষাই আমাক আজি নিজা সংস্কৃতিৰ বৰঘৰতেই অচিনাকী কৰিহে তুলিছে।

অসমীয়া সংস্কৃতিক এই চৰম বিপৰ্য্যয়ৰ পৰা ৰক্ষা কৰিবলৈ হ'লে আজি আমাৰ সমাজ আৰু চৰকাৰ দুয়ো বিশেষ সাৱধান হ'ব লাগিব। আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত প্ৰতিষ্ঠা কৰিবলৈ যোৱাৰ আগতে ভিতৰুৱা কেৰোণবোৰ দূৰ কৰা একান্তই প্ৰয়োজন। দেশ পৰাধীন হৈ থাকোতে ইয়াৰ প্ৰতি আমাৰ চকুগুৰি নাছিল। সেই সময়ৰ উপাৰ্জ্জিত দাসত্বই আমাক অন্ধ কৰি ৰাখিছিল। কিন্তু দেশ স্বাধীন হোৱাৰ পিচতো যদি সংস্কৃতি কাঁচিকাঠত উঠিব লগীয়া অৱস্থাৰ সৃষ্টি হয় তেতিয়া আমি কাক দোষী কৰিম? আনহাতে সংস্কৃতিৰ ধ্বংস মানে আমাৰ জাতীয় জীৱন জাতীয় সভ্যতা ধ্বংস।

সংস্কৃতিক সতেজ কৰি ৰাখিবলৈ হলে আজি আমাৰ দৃষ্টি-ভঙ্গী সলনি কৰা প্ৰয়োজন। কি ৰাজনৈতিক, কি অৰ্থনৈতিক সকলো ক্ষেত্ৰত সাংস্কৃতিক সম্বন্ধ ৰাখি নচলিলে আমি প্ৰকৃত স্বাধীনতা লাভ কৰিব নোৱাৰিম। ডেৰশ বছৰীয়া পৰাধীনতাই আমাক আত্মবিস্মৃত কৰাৰ লগে লগে আমাৰ মনোবৃত্তি সমূহো ঠেক পৰিসৰৰ ভিতৰত আৱদ্ধ হ'ল। আমাৰ এই দুৰ্ব্বলতাবোৰ আঁতৰাবৰ কাৰণে সকলো অসমীয়াই আজি সাজু হোৱা উচিত। আমাৰ সাহিত্য সভা তথা আন আন অনুষ্ঠান-বোৰেও ইয়াৰ নেতৃত্ব কৰা দৰকাৰ। আনহাতে বিশ্বজনীন ভাব গ্ৰহণৰ সময়তো বিবেচনা বাছনিৰ প্ৰতি বিশেষ সতৰ্ক হোৱা উচিত। এইটো ঠিক যে আমাৰ সংস্কৃতিক এই বিপৰ্যয় অৱস্থাৰ পৰা উদ্ধাৰ কৰি উন্নতিৰ চৰম সীমালৈ নিবলৈ হলে আন আন দেশৰ তথা বিশ্ব-ফুলনিৰ সৌন্দৰ্য্য আহৰণ কৰা প্ৰধান কথা। কিন্তু বিশ্ব-জনীন ভাব গ্ৰহণৰ সময়ত কোনখিনিলৈকে বিশ্বজনীন

তাক আগতেই বিচাৰ কৰা উচিত। লোকৰ সভ্যতা গ্ৰহণ কৰি তাৰ লগত নিজে মিলি যোৱাতকৈ —নিজৰ সাঁচত গঢ় দি নিজৰ কৰি লোৱাই জ্ঞানীৰ কাম।

যান্ত্ৰিক সভ্যতাই গা কৰাৰ লগে লগেই সংস্কৃতিও দ্ৰুত গতিৰে বিপদৰ বুকুলৈ আগবাঢ়ি গৈছে, আচলতে ইউৰোপৰ যান্ত্ৰিক আন্দোলনৰ (industrial revolution) যুগৰ পৰাই সংস্কৃতিক বলি দিবলৈ আয়োজন কৰা হৈছে। বিশ্বসংস্কৃতিয়ে আজি নিজকে বৰ বিপন্ন বোধ কৰিছে। এনে সময়ত সাংস্কৃতিক মৰ্য্যদাক উচ্চ-আসন দি তাক নিৰাপদ ভাৱে উন্নতিৰ চৰম মাৰ্গলৈ পৰিচালনা কৰাৰ ভাৰ পৰিছে অসমীয়া তথা ভাৰতীয় সংস্কৃতিৰ ওপৰত। আজিৰ অসমীয়া তথা ভাৰতীয় সংস্কৃতি খন্তেক সময়ৰ কাৰণে আত্মবিস্মৃত হব পাৰে ; কিন্তু বুৰঞ্জীয়ে সাক্ষ্য দিব-শান্তিৰ পথত আধ্যাত্মিক আদৰ্শ থকা ভাৰতীয় সংস্কৃতিয়ে যুগে যুগে পৃথিৱীক শান্তিৰ সন্ধান দি আহিছে।

সদৌশেষত কওঁ—আৱহমান কালৰ পৰা বৈ অহা অসমীয়া সংস্কৃতিৰ স্ফূৰ্তিৰ গতি কোনেও ৰুদ্ধ কৰিব নোৱাৰে। সময়ৰ মামৰেও আমাৰ এই সংস্কৃতিক ধ্বংস কৰিব নোৱাৰে। অসমীয়া সংস্কৃতিৰ বৰ্ত্তমান সুপ্ত অৱস্থাহে, লুপ্ত নহয়। অৱশ্যে ইয়াৰ ওপৰত সাময়িকভাৱে আন্ধাৰৰ ঢাকনি পৰিছে। কিন্তু যি সকলে চাব জানে সেই সকলে অন্ধকাৰৰ ঢাকনিৰ মাজেদিও অসমীয়া সংস্কৃতিৰ এই বিৰাট ৰূপটো দেখা পাব।

বৰ্ত্তমান অসমীয়া সংস্কৃতি ভাৱৰ ভেদ কৰি কিছুদূৰ নিজৰ পোহৰ বিকীৰণ কৰিবলৈ সমৰ্থবান হৈছে। কিন্তু সেই বুলি আমি হাত সাৰটি বহি থকা উচিত নহয়। ভাৱৰৰ বুকু ফালি ইয়াক মুকলি আকাশলৈ উলিয়াই আনিবৰ কাৰণে সদৌ অসমবাসী সজাগ হোৱা উচিত। ৰাজনৈতিক, অৰ্থনৈতিক, শিক্ষা-সামাজিক আদি সকলো ক্ষেত্ৰতে সাংস্কৃতিক বিপ্লৱ ঘটাব লাগিব। আজিৰ সমাজক ভাঙ্গি-ছিঙ্গি তাৰ পৰাই নতুন সমাজ গঢ় দিব লাগিব - য'ত পুঁজিপতি শ্ৰেণী ধ্বংস হৈ যাব আৰু সৰ্ব্ব-হাৰা দলে আদৰ্শ জীৱন যাপন কৰিবলৈ সুবিধা পাব। পৰ্ব্বতভৈয়ামৰ সংহতি ৰক্ষা কৰি অসমীয়া সংস্কৃতিক প্ৰতিভাত কৰিবলৈ প্ৰত্যেক অসমীয়াই আত্মনিয়োগ কৰা উচিত। আমি আশাকৰোঁ আমাৰ চৰকাৰেও সংস্কৃতিক নতুন ৰূপ দিয়াত বৰঙণি যোগাব।

অসমীয়া সাংস্কৃতিৰ এই অমাৱস্যাৰ যুগটো শেষ হ'বৰ সময় হৈছে আৰু ই একলা একলকৈ নিজকে পুৰঠ কৰি এদিন অসমীয়া জাতিৰ ভাগ্যকাশত পূৰ্ণচন্দ্ৰৰ উদয় হ'ব—প্ৰাচীন সংস্কৃতিৰ বিৰাট ঐতিহ্যক কেন্দ্ৰ কৰি আৰু নতুনৰ বোলেৰে নিজকে ৰঞ্জিত কৰি, ভৱিষ্যতৰ বিশ্ব-সংস্কৃতিত অসমীয়া সংস্কৃতিয়েই অসীম অৱদান যোগাব। আনহাতে আজিৰ বিপন্ন সংস্কৃতিৰ মুক্তিৰ পথ ৰচনা কৰিব অসমীয়া সংস্কৃতি তথা ভাৰতীয় সংস্কৃতিয়েই। অসমীয়া সংস্কৃতিৰ সেই নব-প্ৰভাতক আজিৰ অসমবাসীয়ে স্বাগতম জনাইছে।

---

পৰ্ব্বত ভৈয়ামৰ সম্প্ৰীতিৰ পথত—

# অসমীয়া ভাষা আৰু অসমীয়া মহাজাতিৰ অৱদান

শ্ৰীমঞ্জুলা দত্ত ( তৃতীয় বাৰ্ষিক ঃ কলা )

যুগ যুগ ধৰি অসমৰ পৰ্ব্বত-ভৈয়ামৰ মাজত এক নিবিড় সম্বন্ধ চলি আহিছে। এই সম্বন্ধ দেহ আৰু আত্মাৰ সমন্ধৰ দৰেই সত্য। আত্মাৰ অবিহনত দেহ কেতিয়াও তিষ্ঠি থাকিব নোৱাৰে—সেইদৰেই অসমৰ পৰ্ব্বত-ভৈয়ামৰ এটাক বাদ দি আনটোও পূৰ্ণাঙ্গ হব নোৱাৰে। সভ্যতাৰ আৱৰেৰৰ জলঙাই দি যদি আমি এবাৰ অতীতৰ বুকুলৈ উভতি চাওঁ দেখিম কালিকা পুৰাণ যোগীনিতন্ত্ৰৰ যুগটো অসমত এই সমন্ধই বিৰাজ কৰিছিল। অৱশ্যে মানুহৰ উলঙ্গ বৰ্ব্বৰ সভ্যতাই উন্নতিৰ জখলাইদি এখোজ দুখোজকৈ আগবঢ়াৰ লগে লগেই সেই সমন্ধত বেমেজালি আৰু দুৰ্ব্বলতাৰ ছাঁ পৰিবলৈ ধৰিলে। কিন্তু বিংশ শতাব্দিৰ চৰম সভ্যতাৰ মুখা পিন্ধি আজি আমি আমাৰ মাজত যি সংঘাট চলাইছো—এই সংঘাটৰ ঢৌ অসমত তেতিয়া উঠাৰ কথা কল্পনাই কৰা নাছিল। অসমৰ শান্ত ধীৰ আৱহাওৱাক তেতিয়াও বিদ্ৰোহৰ ফিৰিঙতিয়ে দাহণ কৰিব পৰা নাছিল। অসমৰ বুকুৰ পৰা আজি সেই আদৰ্শ হেৰাই যোৱাৰ যো-জা চলিছে। পৰ্ব্বত-ভৈয়ামৰ মাজত আজি সংহতিৰ অভাৱ দেখা গৈছে।

বিংশ শতাব্দিৰ জগতখনে আজি শান্তি-শৃঙ্খলাৰ অনুসন্ধানত আকুল হৈ পৰিছে। বিজ্ঞানৰ আশ্চৰ্য্য অৱদান সমূহে সমূহ পৃথিৱীবাসীক ভয় আৰু আতঙ্কত অতিষ্ঠ কৰি তুলিছে। সেয়েহে শান্তি শৃঙ্খলাক বিচাৰি পৃথিৱীৰ সমগ্ৰ জাতিয়ে নিজ নিজ জাতীয় বৈশিষ্ট সমূহৰে অৱদান যোগাবৰ চেষ্টা চলাইছে। বিশ্বৰ এই শান্তিৰ আয়োজনলৈ ভাৰতীয় অৱদান চিৰদিনেই মনত ৰাখিবলগীয়া। ভাৰতৰ "পঞ্চশীল" নীতিক বিশ্ববাসীয়ে ওলগ জনাইছে। এই ভাৰতৰ পূৰ্ব্ব-প্ৰান্তৰ অসমেও আপোন বৈশিষ্টৰে ভাৰতীয় আৱদানলৈ সমল যোগাই আহিছে অতীতৰ পৰাই। অতীতত অসমৰ শান্তি আৰু একতাক মৰম স্নেহৰ যাদুমন্ত্ৰই বান্ধি ৰাখিছিল। অসমক শান্তি আৰু একতাই কেনে সুদৃঢ় ভেটীত বান্ধি ৰাখিছিল সেই কথাৰ বিচাৰ কৰিবলৈ হলে আজি অসমৰ সম্প্ৰীতিৰ পথত পৰ্ব্বত-ভৈয়ামবাসী সকলৰ অৱদান সমূহ ফঁহিয়াই চাব লাগিব।

অসমৰ পৰ্ব্বত-ভৈয়ামবাসীৰ সম্প্ৰীতিৰ অৱদান—ৰাজনৈতিক, সামাজিক আৰু অৰ্থ নৈতিক সকলোক্ষেত্ৰতে পৰিলক্ষিত হৈ আছিল।

আমি এতিয়া ভাষাৰ অৱদান সমূহ আলোচনা কৰি চাম। ভাষাৰ পিণৰ পৰা চাবলৈ গলে অসমৰ বাজহাড় স্বৰূপ প্ৰায়বোৰ জাতিয়েই অসমীয়াত নপৰে। অথচ এওঁলোক প্ৰায়বোৰেই অসমীয়া। ৺বাণীকান্ত কাকতিৰ অসমীয়া ভাষাৰ ওপৰত লিখা "থেচিচ্" খনৰ পাট নুতিয়ালে দেখোঁ অসমীয়া ভাষাত এই পৰ্ব্বতীয়া ভাইহঁতৰ বহুতো শব্দ সোমাই পৰিছে। কিংখাপ, জেং, জপা, জঙ্গাল, জহা আদি শব্দবোৰ আচল অসমীয়া শব্দ নহয়। এইবোৰৰ মূল হ'ল খাছীভাষাহে। জান, হাঁতি, লাটুম, বগা, বোকা, গাহৰি, হাফলু, মাইহাং, হাঘাহ, জখলা, হোজা আদি শব্দবোৰো অন্যান্য উপজাতীয় লোকসকলৰ পৰাই অহা। পুৰণি ইতিহাসৰ পাত-লুটিয়ালে আৰু বহুত শব্দ পোৱা যাব —যিবোৰক আজি অসমীয়া শব্দ নহয় বুলি কবৰ শক্তি নাই।

পৰ্ব্বত-ভৈয়ামৰ সম্প্ৰীতিত ভাষাৰ অৱদান বিশেষকৈ মধ্যযুগৰ পৰাই বেছিকৈ পৰিলক্ষিত হৈছে। মধ্যযুগৰ ( ভাষা সাহিত্যত ) আমি দেখিছো শঙ্কৰদেৱৰ উদ্ভাসিত আৰু প্ৰচাৰিত ভাগৱত ধৰ্ম্ম আৰু সাহিত্যৰ মৃদু নিয়ন্ত্ৰনত জনজাতিসকল অসমৰ বুকুত অসমীয়াৰ লগত চিৰকাললৈ বিলীন হৈ পৰিছিল। শঙ্কৰদেৱৰ এই প্ৰচেষ্টা অতি উদাৰপূৰ্ণ, শিক্ষাপ্ৰদ আৰু উদ্‌গনিমূলক। মধ্যযুগত এওঁৰ এই জনশিক্ষাই অসমৰ বুকুত ঐক্য আৰু সাম্যৰ সোঁত বোৱাইছিল। তাৰেই ফলত অসমবাসীয়ে স্নুৰুচিসম্পন্ন আৰু পৰিমাৰ্জিত জীৱন নিৰ্ব্বাহ কৰিবলৈ শিকিছিল। পৰ্ব্বত-ভৈয়ামবাসীৰ মাজত এটা বুজা পৰাৰ ভাৱ সুমুৱাবৰ বাবে তেওঁৰ যি সাধ্যাতিত চেষ্টা—সেই চেষ্টাক আমি চিৰদিনেই ওলগ জনাও। তেওঁৰ প্ৰিয় শিষ্যসকলৰ ভিতৰত বহুতো জনজাতিয় শিষ্যও আছিল। নগাৰ—"নৰোত্তম", গাৰোৰ "গোবিন্দ" আৰু মুছলমানৰ 'চাঁদখা'ক শঙ্কৰে উদাৰচিত্তেৰে বুকুত সাৱটি লৈছিল। এওঁ অসমৰ বিভিন্ন ঠাইত সত্ৰ আদি পাতি ভাওনা-সবাহ আদিৰ যোগেদি সকলোৰে অন্তৰৰ পৰা ভেদাভেদৰ ভাৱ জাতিভেদৰ ভাৱ, বৰ্ণভেদ, ধনী-দুখীয়াৰ প্ৰভেদ আদিক নিৰ্ম্মূল কৰিবৰ চেষ্টা কৰিছিল। শঙ্কৰদেৱৰ এই প্ৰচেষ্টাত কোঁচ ৰজা মহাৰাজ নৰনাৰায়ণৰ নাম উল্লেখ নকৰিলে ভুল হব। এইজনা মহাৰাজে শঙ্কৰদেৱক সকলোপিনৰ পৰাই সহায়-সহানুভূতি, উৎসাহ-উদ্দিপনাৰে দুগুণ সাহস দিছিল বাবেইহে শঙ্কৰদেৱে তেওঁৰ আদৰ্শত আগবাঢ়ি যাব পাৰিছিল।

মধ্যযুগৰ অৱসান ঘটিল। অসমৰ বা-বতাহ বহুত সলনি হ'ল। লগে লগে অসমৰ পৰা স্বাধীনতাও আতঁৰি পলাল। অসমৰ ভাগ্যলক্ষ্মীৰ বিননিয়ে নিষ্ঠুৰ বিদেশীৰ অন্তৰ কোমলাব নোৱাৰিলে। স্বাধীনতা যুগৰ অৱসানৰ লগে লগেই অসমীয়াৰ "ভাষাৰ" ওপৰতো মাধ-মাৰ পৰিল। শঙ্কৰদেৱৰ প্ৰতিভা লোপ পাই আহিল। লগে লগে দেশত নানান বেমেজালি আৰু অশান্তিয়ে আৱৰি ধৰিলে। ইংৰাজ আমোলৰ ক্ৰমবিকাশে অসমীয়া ভাষা আৰু সাহিত্যৰ ওপৰত বাগিকুঠাৰ মাৰিবলৈ ধৰিলে। ইংৰাজে দেশ ললে—বঙালীয়ে ভাষা লৱৰ চেষ্টা কৰিছিল। বিদেশীয়ে অসমৰ বুকুত বিষবিজ ৰোপন কৰিলে। মোগলৰ আক্ৰমণ, মানৰ আক্ৰমণ অসমীয়া খিলঞ্জীয়া ভাষা আৰু অসমীয়া পৰ্ব্বত-ভৈয়ামবাসীৰ সম্প্ৰীতিক নিঃশেষ কৰিব পৰা নাছিল। কিন্তু সুসভ্য ইংৰাজ আমোলাত অসমীয়া ভাষাৰ অধঃপতন হবলৈ যো-জা চলাইছিল—অসমৰ সম্প্ৰীতিক আতঁৰাই

পেলাব খুজিছিল। কিন্তু নীলমণি ফুকন ডাঙৰীয়াই কৰৰ দৰে এই সকলোখিনি ঘূৰাই আনি "অসমীয়া সংস্কৃতিয়ে আকৌ মহাবাহু ব্ৰহ্মপুত্ৰৰ দৰে সমগ্ৰ অসমবাসীক ঢৌৱাই নিব পাৰে। ব্ৰহ্মপুত্ৰৰ সোঁতৰ যিদৰে বিৰাম নাই এই সংস্কৃতিৰ সোঁতো সেইদৰেই বৈ থাকিব।"

অৱশ্যে আজি ভাঙি যোৱা মহাজাতি কেৱল ভাষা-সাহিত্যত নিৰ্ভৰ কৰিয়েই পুনৰ গঠন হোৱাটো অসম্ভৱ হৈ দেখা দিছে। সেয়েহে আমি এওঁলোকৰ নিজ নিজ জাতিৰ বৈশিষ্টবিলাকো এবাৰ আলোচনা কৰি চাব লাগিব। নহলে সম্প্ৰীতিক অবদান কেৱল ভাষাৰ ওপৰতেই নিৰ্ভৰ কৰাটো বাতুলতা হব।

নৱপ্ৰস্তৰ যুগৰ পৰাই অসমত বিভিন্ন জাতীয় মানুহ আহি বাস কৰিছিলহি। নৃ-তত্ত্ববিদ-সকলৰ মতে অসমৰ নিচিনাকৈ কোনো দেশতে মানৱগোষ্ঠীৰ ইমানবোৰ বেলেগ বেলেগ জাতিৰ চিনচাব পোৱা নেযায়। অসম প্ৰকৃতিৰ এক আশ্চৰ্য্য যাদুঘৰ সেয়েহে এইটো সম্ভৱ হব পাৰিছিল।

মিকিৰ, কুকি, লুচাই আদি অসমৰ প্ৰথম বংশধৰ বিলাকে অসমৰ পৰ্ব্বতে-পাহাৰে, গুহাই-কন্দৰে, নৈয়ে-ভৈয়ামে, হাবিয়ে-বননিয়ে স্থান বিচাৰি ফুৰিছিল। অষ্ট্ৰিক জাতীয় মিকিৰসকল অসমৰ প্ৰথম আবিষ্কৰ্ত্তা আছিল।

নগাসকলৰ প্ৰাণতেই প্ৰথমতে অসমীৰ সৌন্দৰ্য্যবোধৰ জিলিঙনি জিলিকি উঠিছিল। নগা-গাৰো সকলৰ প্ৰচেষ্টাতে অসমৰ কৰ্কশ মাটিত প্ৰথম "জুম" খেতি কৰা হৈছিল। অসমত দ্বিস্বৰক গানৰ সৃষ্টি হ'ল। অসমত তেতিয়া শ্ৰেণীভেদ নাছিল—আছিল শ্ৰেণীহীন, জাতিহীন নগা-কুকি আদি গোষ্ঠী সমাজ। এই দৰেই কালক্ৰমত আদিম অধিবাসী নগা-মিকিৰ-লুচাই আদিৰ নিজ বৈশিষ্ট ভৈয়ামৰ লগত বিলীন হৈ দুই জাতিৰ সংমিশ্ৰণত এটা নতুন কৃষ্টিৰ জন্ম হয়। মুঠকথা অসমীয়া জাতিৰ সভ্যতা এই জনজাতিসকলৰ প্ৰভাৱযুক্ত। আৰ্য্যমুখী সভ্যতা-সংস্কৃতিতো এওঁলোকৰ কৌটিকলীয়া সংস্কৃতিত ছাঁ পৰা দেখা যায়।

অষ্ট্ৰিক জাতিৰ বিৰাট আৰু উল্লেখযোগ্য অৱদান "বিহু-উৎসৱ"। অষ্ট্ৰিক সকলৰ এই অৱদান তেওঁলোকৰ জাতীয় বৈশিষ্টৰ অপৰূপ চানেকি। অষ্ট্ৰিক সকলৰ বহুকালৰ পাছত অসমলৈ দক্ষিণ ব্ৰহ্মাৰ তাৰ্লৈণ্ড আৰু কম্বোজৰ মনখেমৰ জাতিৰ সংযোগত এক জাতি অসমলৈ আহি-ছিল। এওঁলোকেই বৰ্ত্তমান খাছীয়াসকলৰ বংশধৰ। এওঁলোকৰ নতুন সভ্যতাৰ জিলিঙনিয়ে অসমীৰ মুখ দুগুণে শোভা বৰ্দ্ধন কৰিছিল। এওঁলোকৰ অৱদান অপূৰণীয়। এই খাছীয়াসকলৰ "আইনাম", গাৰোসকলৰ "বংচুগালী" আৰু ভৈয়ামৰ অসমবাসীৰ "ন" খোৱা উৎসৱৰ সাদৃশ্য সচাকৈ চাবলগীয়া।

ৰাজনৈতিক ক্ষেত্ৰত খাছীসকলৰ লগত অসমীয়াৰ সম্বন্ধ অটুট আছিল। মোগলসম্ৰাট মিৰজুমলাই অসম আক্ৰমণ কৰি যোৱাৰ পাছত খাছীয়া জয়ন্তীয়া ৰজাই অসমৰ ৰজালৈ দুখ প্ৰকাশ কৰি যিষাৰ মন্তব্য প্ৰকাশ কৰিছিল—সেইষাৰ কথাই খাছীয়া আৰু অসমীয়াৰ সম্প্ৰীতিক চিৰ-দিনেই জাউতি-যুগীয়া কৰি ৰাখিব। অসমীয়া আৰু খাছী ভাই-ভনীসকলৰ মাজত চিৰদিন প্ৰতি-

ধ্বনিত হৈ থাকিব—"জান্তা আৰু গড়গাওঁ দুই নহয়, তোমাৰ আমাৰ প্ৰীতি নতুন নহয়—পূৰ্ব্বাৱধি চলি আহিছে।" এই থিলঞ্জীয়া প্ৰীতিৰ বহুল বৃদ্ধিৰ বাবে অসমীয়াই যত্ন কৰা উচিত ও কৰিবই লাগিব। খাছীয়াসকলৰ "বাউলাং" অসমীয়াৰ "বুঢ়া-গোঁহাই" আৰু বড়োকছাৰী সকলৰ "বুঢ়া-বাথো" একেই।

অষ্ট্ৰিক জাতীয় অৱদানবোৰৰ পাছত এতিয়া আমি মঙ্গোলীয়ান জাতিৰ অৱদানবোৰ ফঁহিয়াই চালে দেখিম—এওঁলোকৰ যুগতে অসমত দ্ৰুতভাবে তাম্ৰযুগ, ব্ৰোঞ্জযুগ আৰু লৌহযুগৰ আৰম্ভ হয়। মঙ্গোলীয় জাতিৰ বড়োকছাৰীসকলৰ অৱদান অসমীয়া সভ্যতা সংস্কৃতিত বিশেষভাৱে উল্লেখযোগ্য। বড়ো-কছাৰীসকলক বাদ দি অসমীয়া জাতিৰ অস্তিত্ব পোৱাটোৱেই বিৰল হৈ পৰিব। মঙ্গোলীয় জাতিৰ তাঁতশিল্প অসমীয়া পৰ্ব্বত ভৈয়ামৰ সম্প্ৰীতিত এক বিৰাট নিদৰ্শন। বিশেষকৈ মুগা আৰু পাট শিল্পই প্ৰধান। বিয়া বাৰু সংক্ৰান্ততো অসমীয়াৰ লগত এই বড়ো কছাৰীৰ আৰু খাছীয়া-সকলৰ বহুত মিল আছে। মঙ্গোলীয় জাতীৰ গা ধন দিয়া প্ৰথা আমাৰ অসমীয়া গা ধন দিয়া প্ৰথাৰ লগত একে।

অসমৰ অন্তৰ্গত আৰু দাঁতিকাষৰিয়া আদিমবাসীসকলৰ মাজত গঢ়ি উঠা বিৰাট সমন্বয়ৰ ভেটি কটকটীয়া কৈ বান্ধি উঠাৰ বহু যুগৰ পাছতহে আৰ্য্যসকল অসমলৈ আহিছিল। আৰ্য্য সভ্যতাৰ জিলিঙনি পৰাৰ লগে-লগেই লিখন-কালীৰ সৃষ্টি হ'ল, শাস্ত্ৰৰ আলোচনা চলিল—আৰু এক নতুন জেউতিৰ বোল সানি প্ৰাচীন অসমীয়া সংস্কৃতিয়ে উন্নতিৰ পথত আগুৱাব ধৰিলে। নৰকাসুৰ—ভগদত্তৰ দিনৰ পৰাই এই আৰ্য্য-অনাৰ্য্যৰ সংসৰ্গ আৰু আদান-প্ৰদানৰ জৰিয়তে অসমীয়া কৃষ্টি আৰু সভ্যতা পৰিপুষ্ট হৈ উঠিল।

আৰ্য্য-অনাৰ্য্যৰ মিলনে আৰু দুয়োৰে আদান-প্ৰদানে পৰস্পৰৰ সামাজিক আৰু অৰ্থনৈতিক জীৱনতো প্ৰভাৱ বিস্তাৰ কৰিলে। অসমীয়া ভাষাৰ শব্দসম্পদ, অসমীয়া সমাজনীতি, উদাৰতা, নৃত্য-গীতৰ বহুমুখী উৎস এই সকলো ক্ষেত্ৰতে আদিমবাসীসকলৰ সৈতে সংঘৰ্ষৰ প্ৰভাৱ পৰিছে। যুদ্ধ-বিগ্ৰহ আদিতো তেওঁলোকৰ শক্তি একান্ত লাগতিয়াল আছিল।

অৰ্থনৈতিক ক্ষেত্ৰত দেখিছো আগৰ পৰাই অসমৰ পৰ্ব্বত-ভৈয়াম দুয়োবাসী দুয়োৰে ওচৰত ধৰুৱা। স্মৃতিৰ বহিৰ্ভূত কালৰ পৰাই এওঁলোকে একে অসমৰ বুকুতে ডাঙৰ দীঘল হৈছে। একে জলবায়ু সেৱন কৰিছে। পৰ্ব্বতীয়া সকলে মূল্যবান কপাহ, ফল, আলু, খনিজ পদাৰ্থ আৰু ভৈয়ামৰ লোকসকলে খোৱা-লোৱা বস্তুৰে দুয়োকে দুয়ো সহায় কৰি আহিছিল। ভৌগলিক হিচাবে অসমৰ মনোৰম পৰ্ব্বতমালাই অসমক বাহিৰৰ শত্ৰুৰ প্ৰভাৱৰ পৰা ৰক্ষা কৰি অহাৰ উপৰিও সৌন্দৰ্য্য বৃদ্ধি কৰিছে।

সামাজিক ক্ষেত্ৰত এওঁলোকৰ মিলাপ্ৰীতি আছিল অটুট। দুইবাসীৰ মাজত বৈবাহীক সম্বন্ধও ঘটিছিল। যি নগাভাইসকলৰ মাজত এদিন আমি 'ডালিমিৰ' নিচিনা এখন সৰল অন্তৰ পাইছিলো নৰোত্তমৰ নিচিনা এজন প্ৰিয় আৰু বিশ্বাসী শিষ্য দেখিছিলো তেনে হাজাৰ হাজাৰ

ডালিমিক পাম নৰোত্তমক পাম। সেইদৰেই শ শ কুৰঙ্গনয়নীৰ আজিও মণিপুৰ ৰাজদৰবাৰত জন্ম হব লাগিছে। কিন্তু কালৰ কি আশ্চৰ্য্য শক্তি ? এই সকলো আজি বিস্মৃতিৰ গৰ্ভত বিলীন হৈ পৰিছে।

এইদৰেই অতীতৰ পৰাই দুয়োবাসীৰ মাজত ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক ক্ষেত্ৰত সহযোগ দেখা যায়। ইমান দিনীয়া খিলঞ্জীয়া প্ৰীতিক আজি বাহিৰৰ উগ্ৰ-ধ্বংশাত্বক বতাহে চুৰমাৰ কৰি দিবলৈ চেষ্টা চলাইছে। এই চেষ্টাক আমি ধূলিসাৎ কৰিবই লাগিব।

পোন-প্ৰথম অসমলৈ অহা চুকাফা আদি আহোমসকলে ইয়াৰ স্থানগিড়িসকলৰ লগত বন্ধুত্ব স্থাপন কৰি শেষত দুয়ো জাতিৰ বেলেগ বেলেগ জাতীয় বৈশিষ্ট একত বিলীন কৰি এক অভিনৱ জাতি আৰু অভিনৱ সংস্কৃতিৰ জন্ম দিলে। কিন্তু সেই প্ৰীতিৰ ওপৰত আজি ঘুনে ধৰিছে। সেই স্থানগিড়িসকল অসমৰ পৰা আতঁৰি গৈ অসমৰ চিৰযৌৱনা সৌন্দৰ্য্যক বিকলাঙ্গ কৰিব খুজিছে।

পৰ্ব্বত ভৈয়ামৰ সম্প্ৰীতিক পৰস্পৰৰ মিলাপ্ৰীতিৰ মাজেদিয়েই, বুজাপৰাৰ মাজেদিয়েই জীয়াই ৰাখিব লাগিব। আধুনিক যুগৰ বাক্য তৰ্কত, চাল-চলনত এই জনজাতীয় লোকসকল পৰিপক্ক নহলেও সৰল-সহজ বুদ্ধি এওঁলোকৰ অতি প্ৰখৰ। মুখত সৰল হাঁহি লৈ, নিস্বাৰ্থ প্ৰীতিৰে অধৰ ভৰাই লৈ এওঁলোকৰ কাষ চাপিলে আমি দেখিম এওঁলোকে কেঁচুৱাৰ দৰেই আমাৰ মাজত জপিয়াই পৰিব—আমাৰ বুকুলৈ ল'বি আহিব। কিন্তু অসমীয়াই এই সৰল সহজ জনজাতিসকলক সভ্যতাৰ মুখাপিন্ধি পাহৰি পেলালে। বৃটিছ আমোলৰ লগে লগেই এই ভাব বেছি প্ৰখৰ হবলৈ ধৰিলে। অৰণ্যে কলহে কলহে ঠেকাখোৱাৰ দৰেই অতীতত মাজে সময়ে দুয়োজাতিৰ মাজত সংঘৰ্ষ হৈছিল যদিও সি ধন্তেকীয়া আছিল। উচ্চ মনোবৃত্তি আৰু ঐকান্তিক দেশপ্ৰেম এওঁলোকৰ অন্তৰত প্ৰৱল ভাবে বৈছিল বাবেই কোনেও কাৰো ওচৰত পৰাধীন হৈ থাকিবলৈ ইচ্ছা নকৰিয়েই এই সংঘৰ্ষ চলাইছিল।

ভৈয়ামবাসীয়ে এওঁলোকক অৱজ্ঞা কৰাৰ উমান পাই এওঁলোকৰ আত্মাভিমানী সৰল অন্তৰে বিদ্ৰোহ কৰি উঠিল। তাৰোপৰি ইংৰাজ আমোলাত এওঁলোক ইংৰাজ মিছনেৰীসকলৰ দ্বাৰাই এনেকুৱাকৈ অনুপ্ৰাণিত হৈ পৰিল যে হাজাৰ হাজাৰ যুগৰ পৰা অসমীয়াৰ লগত এওঁলোকৰ যি সম্বন্ধ আছিল অক্ষুন্ন সেই অসমীয়াৰ পৰা আতঁৰি পৰাৰ কল্পনা কৰিবলৈও এওঁলোক কুণ্ঠিত নহল ও দুঃখিত নহল। ইংৰাজ মিছনেৰীসকলে এওঁলোকক যি দৰে নিজধৰ্ম্ম শিক্ষা, সভ্যতা, সংস্কৃতি দান কৰি নতুন সভ্যতাৰ জিলিঙনিত জিলিকাই তুলিল সেইদৰেই অসম বিদ্বেষী বিষবীজ এওঁলোকৰ অন্তৰত সিঁচিলে।

পৰ্ব্বতীয়া জাতিবিলাকক বৃটিছ শাসনৰ তলত কেনেকৈ সুমুৱা হ'ল তাৰ ইতিহাস আমি জানো। আধুনিক ভাৱেৰে নহলেও কেনেকৈ এই পৰ্ব্বতীয়া জাতিবিলাকে কম-বেছি পৰিমাণে সম্মিলীত অসম দেশৰ তলত আত্মনিয়ন্ত্ৰনৰ অধিকাৰ ভোগ কৰিছিল সেই কথাও আমি আলোচনা কৰি আহিছো। যদিও আমি তেওঁলোকক আমাৰ একে সমাজেৰে পৰ্য্যায়ভুক্ত কৰি লোৱা নাছিলোঁ তথাপিও দুয়োবাসীৰ সহজ সৰল আদান-প্ৰদানে দুয়োকে আপোন কৰি ৰাখিছিল।

পৰ্ব্বতৰ ওপৰ খণ্ডত যেতিয়া ইউৰুপীয় চাহখেতিয়কসকলে ব্যৱসায় আৰম্ভ কৰিছিল তেতিয়াই তেওঁলোক সজাগ হৈছিল। কিন্তু সুচতুৰ ইংৰাজে এই পৰ্ব্বতীয়াভাইহঁতৰ সৰল আচৰণ বুজিব পাৰিলে। ভৈয়ামৰ উন্নতিশীল লোকৰ লগত পৰ্ব্বতীয়া লোকসকলৰ যদি ঘনিষ্ঠ সম্বন্ধ বিচ্ছেদ কৰে তেতিয়াহলে তেওঁলোকৰ স্বাৰ্থত বাধা পৰিব। এই ভয়ে সুচতুৰ ইংৰাজক সাৱধান কৰি দিলে। সেয়েহে এওঁলোকে দুয়োবাসীক দুয়োৰে পৰা আতঁৰ কৰাৰ চেষ্টাত ব্ৰতী হ'ল।

১৮৮৩ চনত সীমান্ত অঞ্চল বিষয়ক এক নতুন আইন কৰা হ'ল। এই আইন মতে শাসন বহিভূত আৰু আংশিক শাসন-বহিভূত অঞ্চল গঠন কৰি পৰ্ব্বতীয়াসকলক সম্পূৰ্ণৰূপে অসমৰ পৰা ফালি ৰখা হ'ল। এওঁলোকক সমসাময়িক ভাৰতীয় শাসনৰ ক্ৰমপৰিবৰ্ত্তনৰ পৰা দূৰৈত ৰাখি এওঁলোকৰ উন্নতিত বাধা দি থলে। অসমীয়াই বৃটিছৰ এই কূটনীতিৰ অন্তৰালত থকা বিষবীজৰ সন্ধান নেপালে। সেই দৰেই শিক্ষাৰ ক্ষেত্ৰটো তেওঁলোকক একেবাৰেই তল পেলাই থলে। ১৯৩১ চনৰ পিয়লত পিয়ল কমিচনাৰে এওঁলোকৰ মাজত বহুল ভাৱে শিক্ষাৰ আৱশ্যকতাৰ মন্তব্য প্ৰকাশ কৰিছিল। অথচ তেতিয়াও বৃটিছ গভৰ্ণমেণ্টে এই কথালৈ কেৰেপকে নকৰিল। এই বাবে বিদেশী-শাসক চিৰদিনেই জগৰীয়া হৈ ৰ'ব। যি কম সংখ্যক পৰ্ব্বতীয়া লোক শিক্ষিত হল—সেইটো মিছনেৰী সকলৰ অনুগ্ৰহ।

পৰ্ব্বতীয়া জাতি ভাই সকলক উন্নতিৰ বাটলৈ নিব পাৰিলোহেতেন যদি তেতিয়াই এওঁ-লোকক দেশৰ অন্যান্য ৰাজনৈতিক অৰ্থনৈতিক আদি অৱস্থাৰ লগত খাপ খুৱুৱা হ'লহেতেন। যেতিয়া সমগ্ৰভাৰত জুৰি শাসন-তান্ত্ৰিক পৰিবৰ্ত্তনৰ উগ্ৰ আশা জাগিছিল সেই সময়ত অসমৰ ভৈয়াম আৰু পৰ্ব্বত দুই ঠাইৰ লোকৰ মাজত সম্মিলিত অসমৰ কাৰণে এক তীব্ৰ আকাঙ্খাই দেখা দিছিল কিন্তু অতি দুখৰ কথা যে আজি এই একেদল লোকেই পাৰ্ব্বত্য ৰাজ্যৰ দাবী উত্থাপন কৰি অসমৰ মধুৰ আৱহাৱাক নষ্ট কৰি পেলালে। অসমৰ নতুন শাসন তন্ত্ৰত পৰ্ব্বতীয়া লোক সকলক সমানে শাসন কৰা নহ'ল অথচ সংস্কৃতিক নীতি নিয়ম, বুৰঞ্জী আৰু জাতীয়তাবাদ এই সকলো ফালৰ পৰাই অতীতৰ এই অঞ্চলবিলাক অসমৰ এক এৰাব নোৱাৰা সম্পদ আছিল। পৰ্ব্বত-ভৈয়াম-বাসী দুয়ো-দুয়োকে অতীতৰ পৰাই জগতৰ আন সকলোতকৈ বেছি ওচৰ সম্বন্ধৰ আৰু আপোন বুলি মানি আহিছিল।

স্বাধীন ভাৰতৰ নতুন সংবিধানৰ ষষ্ঠ অনুস্চীত এই পৰ্ব্বতীয়া ভাই সকলৰ স্বকীয়া আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি ৰক্ষা কৰাৰ আচনি দাঙি ধৰিছিল। কিন্তু নগা পাহাৰ জিলাখনে এই আচনি মানি নললে। তেওঁলোকৰ চিৰ স্বাধীন মনে "স্বাধীনতা" বিচাৰি বিদ্ৰোহ ঘোষণা কৰিলে। যি নগাৰ অন্তৰত অসমীৰ সৌন্দৰ্য্যবোধত প্ৰথম জিলিঙনি জিলিডিছিল—যি নগাৰ গাভৰুৱে কেঁচা সোণক কাষত ৰখাৰ আকুল আগ্ৰহ দেখুৱাইছিল—সেই নগাই আজি অসমৰ বুকুত অশান্তিৰ বতাহ বোৱাইছে—অসমৰ পৰা আতঁৰি গৈ নতুন বেলেগ ৰাজ্য স্থাপন কৰাৰ কল্পনা কৰিছে। সচাঁকৈ এইটো অতি দুখৰ বিষয়।

অৱশ্যে আনকেইখন পাৰ্ব্বত্য জিলাৰ নেতাসকলেও ষষ্ঠ-অনুসূচীৰ শাসন-ব্যৱস্থাক মনঃস্ফুট নাই হোৱা বুলি দাবী জনাইছে। ৰাজ্য চৰকাৰৰ সহযোগ নাই পোৱা বুলি তেওঁলোকে বহুতো আপত্তি উঠাইছে। আনকি ৰাজ্য পুনৰ গঠন আয়োগৰ সময়ত তেওঁলোকে ৰাজ্য চৰকাৰৰ বিৰুদ্ধে বহুতো অভিযোগ তুলিছিল। ইয়াতকৈ বেছি দুখৰ কথা যে যেতিয়া গৃহমন্ত্ৰী পণ্ডিত পন্থে অসম ভ্ৰমণ কৰিছিল তেতিয়া 'ইষ্টাৰ্ণ ট্ৰাইবেল ইউনিয়নে' অসম চৰকাৰ আৰু অসমীয়ালোকৰ বিৰুদ্ধে অতিৰঞ্জিত আৰু ভিত্তিহীন অভিযোগ কিছুমান উত্থাপন কৰিছিল। এই পৰ্ব্বতীয়া লোক সকলে অসমীয়াক কিয় ভুল বুজিলে তাৰ কাৰণ বিচাৰি গলে বহুত অপ্ৰিয় সত্যই আবিষ্কাৰ হব। স্থানীয় স্বায়ত্ব শাসনৰ আকাৰত তেওঁলোকক যি সুবিধা অৰ্জন কৰা উচিত আছিল সেই সুবিধা দিয়াৰ চেষ্টা ভাৰত তথা অসম চৰকাৰে সৰ্চাকৈ কৰিছিল বুলি মনে নধৰে। কিন্তু অসমীয়া জনসাধাৰণে তেওঁলোকৰ শাসন-ব্যৱস্থাত কোনো দিনেই হস্তক্ষেপ কৰা নাছিল। ভাৰত চৰকাৰে স্বাধীনতাৰ পাছতো "নেফা" অঞ্চলটোক অসমৰ পৰা পৃথক নকৰি একেলগে শাসন-ব্যৱস্থাত লোৱা হলে হয়তো এনে বিদ্ৰোহ আজি তাত নহ'লহেতেন।

খৃষ্টীয়ান মিছনেৰীসকলে অসমীয়া ভাষাত আদিতে যি দান দিলে তাক পাহৰিব নোৱাৰি। কিন্তু শেষলৈ এই মিছনেৰীসকলে অসমীয়া ভাষাক 'ৰোমান' আখৰৰ সহায়ত নামত মাত্ৰ অসমীয়া শিকাইছিল। আনহাতেদি এওঁলোকে অসমীয়া ভাষা সংস্কৃতিৰ ওচৰলৈকে এই পৰ্ব্বতীয়া ভাইসকলক যাবৰ সুবিধা নিদিলে। আজিও এই তলে-পুতল মিছনেৰীসকলে নগা আদি পৰ্ব্বতীয়া লোকসকলৰ মাজত ধৰ্ম্মৰ দোহাই দি অসমীয়া বিদ্বেষী বীজ সিচিব লাগিছে। দুখৰ বিষয় এই বিষয়ে অসমীয়া নিজেও বহু পৰিমাণে জগৰীয়া। কিয়নো সাত-সাগৰ-তেৰনদীৰ সিপাৰৰ পৰা এই মিছনেৰীসকল আহি এওঁলোকৰ মাজত শিক্ষা দীক্ষাৰ প্ৰচাৰ কৰি নৰ আনন্দত নৰ সভ্যতাত অপ্লুট কৰি তুলিল অথচ আমি ঘৰৰ হৈও এওঁলোকৰ এচেৰিমানো উপকাৰৰ কথা চিন্তা নকৰিলো।

আমাৰ চাৰিওফালে শঙ্কৰদেৱৰ উদ্ভাসীত একনামধৰ্ম্মৰ প্ৰতিষ্ঠিত বহুতো সত্ৰ আছে। মিছনেৰীসকলে উত্তৰ মেৰুৰ পৰা দক্ষিণমেৰুলৈ ধৰ্ম্মৰ যি আন্দোলন চলাইছে তাৰ তুলনাত আমাৰ অসমৰ সত্ৰীয় ভকত সকলে কেৱল স্বাৰ্থান্ধ হৈ নিজক সত্ৰৰ মাজত আৱদ্ধ ৰখাৰ বাহিৰে আন একো কৰিব পৰা নাই। এওঁলোকেও যদি এই মিছনেৰীসকলৰ দৰেই পৰ্ব্বতীয়া ভাইসকলৰ মাজত সোমায় নিজ ধৰ্ম্ম আৰু আদৰ্শৰে এওঁলোকক অনুপ্ৰাণিত কৰিলেহেতেন—তেনেহলে আজি অসমত অশান্তিৰ ধুমুহা বলিব লগা নহলহেতেন।

এই পৰ্ব্বতীয়া ভাইসকলৰ অন্তৰত আমি ঐকান্তিক প্ৰীতিৰ সোঁতা বোৱাব লাগিছিল এওঁলোকৰ লগত আমি বৈবাহীক সূত্ৰত আৱদ্ধ হব লাগিছিল। যিয়েই কি নহওক এতিয়া টেটুফালি চিয়ঁৰিলেও তেওঁলোক ঘূৰি নাহে। ভৌগোলিক ভাৱে তেওঁলোক আঁতৰি গলেও অতীতৰ পৰা তেওঁলোকৰ লগত আমাৰ যি সামাজিক আৰু সাংস্কৃতিক সম্বন্ধ চলি আহিছিল—সেই সম্বন্ধ বজাই

ৰাখিবই লাগিব। সেই সম্বন্ধত আমি ধ্বংসৰ ঘুন ধৰিবলৈ এৰি দিব নোৱাৰো আৰু দিয়াতো উচিতো নহয়।

বুৰঞ্জী আৰম্ভ হোৱাৰ পৰাই এইটো প্ৰমাণিত হৈ আহিছে যে অসমৰ পৰ্ব্বত ভৈয়ামৰ মাজত ভাষাৰ মাধ্যম-স্বৰূপ এটা সাধাৰণ ভাষা (common language) নোহোৱাৰ কাৰণে প্ৰশাসনীয় বিশৃংখলাৰ উপৰিও সামাজিক প্ৰগতিত নানান অন্তৰায় ঘটিব লাগিছে। পৰ্ব্বত ভৈয়াম উভয়বাসীয়েই "অসমীয়া" ভাষাকেই ভাষাৰ মাধ্যম-স্বৰূপে লৈ পৰস্পৰৰ সামাজিক-অৰ্থ নৈতিক আদি জীৱনত ইজনে-সিজনক সহায় আৰু সহযোগিতা কৰি অহাৰ চেষ্টাত ব্ৰতী হব খুজিছিল। এই অসমীয়া ভাষাৰ জৰিয়তেই দুই বাসীৰ মাজৰ পৰা প্ৰভেদ আঁতৰাই তাৰ ঠাইত ঐক্যভাৱৰ প্ৰতিষ্ঠাৰ বাবে অতীতৰ ৰাজ-ৰাজোৱালেও চেষ্টা চলাইছিল। কিন্তু আজি অসমৰ পৰ্ব্বত-ভৈয়ামবাসীৰ মাজত পৰা সংহতি হেৰাই গৈছে। সেয়েহে আমাৰ জাগ্ৰত অৱস্থাতো নেফাত অসমীয়া ভাষাৰ ঠাইত হিন্দীভাষাক ৰাষ্ট্ৰভাষা হিচাবে চলোৱাৰ অপচেষ্টা চলাইছে। যি পৰ্ব্বতীয়া ভাইসকলৰ অৱদান অসমীয়া ভাষা-সংস্কৃতিত আজিও বৰ্ত্তমান সেইসকলক অসমীয়া ভাষা-সংস্কৃতিৰ পৰাও দূৰ কৰাৰ প্ৰচেষ্টা দেখিলে সচাঁকৈ অসহ্য লাগে। এখন স্বাধীন ৰাষ্ট্ৰত দুটা ৰাষ্ট্ৰভাষা চলোৱাৰ চেষ্টাক আমি সচাঁকৈ মানি লব নোৱাৰো। স্বতন্ত্ৰীয় অসমে এই ভাষা-সমস্যাৰ সমাধান ঘটাবই লাগিব।

নেফাৰ স্কুল সমূহত হিন্দী ভাষা চলোৱাত বাধা দিয়া তাৰ নিৰীহ অসমীয়া শিক্ষক শিক্ষয়িত্ৰীবিলাকৰ ওপৰত অত্যাচাৰ চলায়ে ক্ষান্ত নেথাকি—তেওঁলোকক চাকৰিৰ পৰাও খেদাই দি কেন্দ্ৰীয় চৰকাৰে কি নীতি উলিয়াইছে বুজা নগল। তাৰোপৰি ভাৰত চৰকাৰৰ নেফা প্ৰশাসনীয় বিষয়াসকলে এই নেফা অঞ্চলৰ অসমীয়া ভাষা-সংস্কৃতিৰ ওপৰতো অত্যাচাৰ কৰাৰ বাতৰি পোৱা গৈছে। এইবোৰ সঁচাকৈ অতি দুখৰ বিষয়।

নেফাৰ স্কুলসমূহত অসমীয়া ভাষাকেই চলাইছিল আৰু পৰ্ব্বতীয়া ভাইসকলে অসমীয়া ভাষাতেই ভাৱৰ আদান-প্ৰদান কৰিছিল। কিন্তু এই ক্ষেত্ৰটো নেফা প্ৰশাসনীয় বিষয়াসকলে হস্তক্ষেপ কৰিছে। নেফাত বিশেষকৈ সাতশ্ৰেণী পাৰ্ব্বত্য-লোকে বসতি কৰে। তেওঁলোক হৈছে— এড্ডু, খামতি, আবৰ, সিজু, দিগাৰ, মিৰি, চিংফৌ আৰু তীৰবতীয়। এওঁলোকৰ মাজত নেফা প্ৰশাসনক নৃ-তাত্বিক উপদেষ্টা ডক্তৰ ভেৰিয়াৰে "মহাত্মা গান্ধী" বুলি কিতাপ এখন সংকলন কৰি বিভিন্ন ভাষাত প্ৰচাৰ কৰাৰ ইচ্ছা প্ৰকাশ কৰিছিল। এই ইচ্ছাত অসমীয়া ভাষাত বাহিৰে অইন ভাষাত কিতাপখন সংকলন কৰিবলৈ অনুমতি দিয়ে। এই নীতি সচাঁকৈ অতি নীচ ভাবাপন্ন।

যেতিয়া অসমৰ ৰাজ্যপাল ফজল আলিয়ে নেফা পৰিভ্ৰমণ কৰিছিল তেতিয়া নেফা অঞ্চলৰ লোকসকলে তেখেতক এখন স্মাৰক পত্ৰ দিছিল। এই স্মাৰক পত্ৰত তেওঁলোকে উল্লেখ কৰিছিল যে এওঁলোকৰ মাজত বহুকালৰ পৰাই অসমীয়া ভাষাৰ জৰিয়তে ভাৱৰ বিনিময় হৈ আহিছে। এনে অৱস্থাত এওঁলোকে অসমীয়া ভাষা-সংস্কৃতিৰ লগত নিজক আৱদ্ধ ৰখাৰ ইচ্ছা প্ৰকাশ কৰাৰ স্বত্বেও ভাৰত চৰকাৰে এওঁলোকৰ দাবীলৈ আওকাণ কৰি থাকিল।

নেফাত অসমীয়া ভাষা নচলালে তাত যে অসমীয়া কৃষ্টি সভ্যতাৰ লোপ পাব তাত অলপো সন্দেহ নাই। সেয়েহে ধুবুৰী অধিবেশনত অসম সাহিত্য সভাই কেইটামান যুক্তিপূৰ্ণ দাবী গৃহ মন্ত্ৰী দপ্তৰৰ ওচৰত দাখিল কৰিছিল। দাবী কেইটা আছিল—

(১) নেফাত এতিয়া য'ত অসমীয়া ভাষা প্ৰচাৰিত হৈ আছে সেই স্কুল-সমূহত অসমীয়া ভাষাকেই শিক্ষাৰ মাধ্যম স্বৰূপে ৰাখিব লাগে। (২) যি অঞ্চলত অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হৈ থকা নাই তাত সম্ভৱ হ'লে জনজাতীয় ভাষাকে শিক্ষাৰ মাধ্যম স্বৰূপে ব্যৱহাৰ কৰিব লাগে। (৩) যদিহে জনজাতীয় লোকে অসমীয়া ভাষাবেই শিক্ষাৰ মাধ্যম স্বৰূপে গ্ৰহণ কৰিবলৈ বাধ্য হয়, তেন্তে তাত অসমীয়া ভাষায়েই মাধ্যম স্বৰূপে ৰাখিব লাগিব। (৪) স্মৰণাতীত কালৰ পৰাই অসমীয়া ভাষাক মাধ্যম স্বৰূপে লৈ যি উমৈহতীয়া ভাষাৰ জ্ঞান অধিকাৰ কৰি আহিছে তাক সইদৰেই ৰাখি উৎসাহিত কৰা উচিত। (৫) য'ত জনজাতীয় ভাষাকে—ভাষাৰ মাধ্যম কৰা হেয় তাত অসমীয়া ভাষা শিকাটো বাধ্যতামূলক দ্বিতীয় ভাষা ৰূপে শিকোৱাৰ ব্যৱস্থা কৰিব লাগে। অসম সাহিত্য সভাৰ এই দাবীকেইটা সচাঁকৈ আদৰ্শনীয়।

কিন্তু ভাৰত চৰকাৰে এই দাবী এতিয়াও মানি লোৱা নাই। কিন্তু যি জাতিৰ অৱদানে অসমীয়া ভাষাক অসমীয়া ভাষা হিচাবে সবল হোৱাত সহায় কৰিছে সেই জাতিৰ মাজত বিজাতীয় ভাষা এটাক কেতিয়াও ৰাষ্ট্ৰভাষা কৰিবলৈ দিব নোৱাৰি। অসম সাহিত্য-সভাৰ লগতে আমিও সহযোগীতাৰে এই নেফা অঞ্চলত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি প্ৰচাৰ কৰাৰ চেষ্টাত অগ্ৰগণি হব লাগিব। অসমীয়া ভাষাক যদি এইবোৰ ঠাইত লোপ পোৱাবলৈ হয় আমি বুজিব লাগিব যে অসমীয়া জাতিৰ ধ্বংস অৱশ্যম্ভাবী।

নীলমণি ফুকনদেৱে কবৰ দৰে "অসমীয়া ভাষাৰ দঁতাল হাতীত উঠি সংস্কৃতিৰ অভিযান অসমৰ পৰ্ব্বতে কন্দৰে, হাবিয়ে বননিয়ে চলাব লাগিব।" তেতিয়াহে পৰ্ব্বত-ভৈয়ামৰ সম্প্ৰীতি পুনৰ ঘূৰাই অনা সম্ভৱপৰ হব।

আজি ভৌগলিক হিচাবে চিৰ যৌৱনা সোণৰ অসম বিভাগ হৈছে। অসমৰ সৌন্দৰ্য্য বিকলাঙ্গ হৈ পৰিছে কিন্তু পৰ্ব্বত ভৈয়ামবাসীৰ মাজত অনাদিযুগৰ পৰাই যি চিৰন্তন প্ৰীতিৰ সোঁত বৈ আহিছিল—সেই সোঁতক বিমুখাগামী হৈ ব'বলৈ এৰি নিদিয়াটোয়েই আমাৰ আজি প্ৰধান কৰ্ত্তব্য। পৰ্ব্বত ভৈয়ামবাসী হিচাবে নহয়—আজি আমি অসমীয়া হিচাবে দুইবাসীয়ে হাতত হাত মিলাই সাংস্কৃতিক, সামাজিক, অৰ্থনৈতিক উন্নতিৰ বাটেদি আগবাঢ়ি গৈ জগতৰ আগত দেখুৱাই দিব লাগিব যে কি দুঃসাহসেৰে আমি বাহিৰা আৰু ভিতৰুৱা সকলো ধৰণৰ সাম্ৰাজ্যবাদী কূট কৌশলৰ ওপৰত চিৰ সমাধিৰ চিতা জ্বলোৱাত কৃতকাৰ্য্যতা লাভ কৰিলো। ভৌগলিক ভাৱে তেওঁলোক আঁতৰি গলেও তেওঁলোকে যদি অসমীয়া জাতি, ভাষা আৰু অসমীয়া সাংস্কৃতিক অতীতৰ দৰেই নিজ নিজ চিন্তাধাৰা বোৱাই দিয়ে তেতিয়া হলে নীলমণি ফুকনৰ সপোন ফলৱতী হব। তেখেতে

সপোন দেখাৰ দৰেই "ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতৰ দৰেই এই দুইবাসীৰ খিলঞ্জিয়া প্ৰীতিৰ সোঁতো আৰু বেছি কোবাল হৈ উঠিব!"

অসমীয়া জাতিয়ে স্বাধীনতা হেৰুৱাই যি অস্বাভাবিক ভাষা-বিভ্ৰাটৰ মাজত অৰ্ধশতাব্দিৰো ওপৰ কাল নিজ সাংস্কৃতিৰ মূলতে বাগীকুঠাৰ মৰা চাই থাকিল এতিয়া আমি স্বাধীনতাৰ দহ এঘাৰ বছৰৰ পাছতো স্বইচ্ছাই তেনে আত্মঘাটি কাম কৰিবলৈ কেতিয়াও কোনোমতেই দিব নোৱাৰো। অম্বিকাগিৰী ৰায়চৌধাৰীদেৱে কৱৰ দৰে অসমীয়া আজি শুই থাকিলে নহব। অসমীয়া জাগিবৰ হ'ল। সুপ্ত অসমীয়াই আজি আপোন আত্মভিমানেৰে এই পৰ্ব্বতীয়া ভাই-ভণী সকলৰ মাজলৈ গৈ নিজৰ ধৰ্ম্ম-শিক্ষা সাংস্কৃতিৰে তেওঁলোকৰ অপ্লুট কৰি তুলিব লাগিব। ৰায়-চৌধাৰীয়ে যি ঐকান্তিক স্নেহ লৈ তেওঁলোকক আমাৰ মাজলৈ আহ্বান জনাইছে এই আহ্বানৰ স্বাৰ্থকতা একলা দুকলাকৈ বাঢ়ি গৈ পূৰ্ণচন্দ্ৰ উদ্ভাসিত হোৱাৰ দৰেই বিৰাট অসমীয়া সাংস্কৃতিত গঢ়ি উঠিব সেইদিনা পৰ্ব্বত ভৈয়ামবাসীৰ অন্তৰত কলুষতা মলিনতা নেথাকিব বুলি আমি আশা কৰো।

নতুন চলিহা কেবিনেট অ৷ৰম্ভ হোৱাৰ লগেলগেই এটা বৰ সুখৰ সম্পদ পোৱা গৈছে যে ভৌগলিক হিচাবে ওঁতৰি থোৱা পাহাৰীয়া ভাই সকলে অসমৰ লগত সকলো প্ৰকাৰে মিলা-প্ৰীতি ৰাখি অসমৰ সমূহ স্বাৰ্থৰ বাবে যত্ন কৰিব বুলি প্ৰতিশ্ৰুতি দিছে।

বুৰঞ্জীয়ে আজিও বিভিয়াই কয় সম্বন্ধৰ আমি অক্ষুণ্ণ-অটুট কৰি ৰাখিবৰ বাবে অহোপুৰষাৰ্থ চেষ্টা চলাব লাগিব। অসমীয়া কালজয়ী মহাপুৰুষসকলে যি চিৰন্তন সত্য প্ৰীতি আমাৰ মাজত সিচি থৈ গৈছে সেই প্ৰীতিৰে তেওঁলোকক আমাৰ মাজলৈ আনিবই লাগিব। তাৰোপৰি মহাজাতি গঠনৰ পথত পৰ্ব্বত ভৈয়াম দুয়োবাসীৰে মিলা-প্ৰীতি নহলে ই অলিক কল্পনা হৈয়ে থাকিব। দুইবাসীৰ মিলনৰ অভাৱত অসমীয়া ভাষা-কৃষ্টি-সভ্যতা সকলো লোপ পোৱাৰ সম্ভাৱনা। বিশ্বৰ শান্তিলৈ আজি পৃথিবীৰ অন্যান্য মহাজাতি সমূহে যি দৰে নিজ নিজ বৈশিষ্টৰে অৱদান যোগাইছে আমি অসমীয়া মহাজাতিয়েও বিশ্বৰ এই শান্তিলৈ আমাৰ নিজস্ব বৈশিষ্ট্যৰে অৱদান যোগাবই লাগিব। এই ক্ষেত্ৰত আমাৰ বুকুৰ বান্ধৈ পাহাৰী ভাই-ভণী সকলৰ সহায় সহযোগ-সহানুভূতি একান্ত লাগতিয়াল।

# লোক সাহিত্যৰ সৌন্দৰ্য্যত বিহুগীতৰ অৱদান

শ্ৰীনগেন ঠাকুৰ ( প্ৰথম বাৰ্ষিক ঃ কলা )

পৃথিবীৰ বেছিভাগ সাহিত্যৰে প্ৰথম অৱস্থাটো গীতি-সাহিত্য হিচাবে পোৱা যায়। কিন্তু এই গীতি সাহিত্যবোৰ কোনো লিপিবদ্ধ আকাৰত অথবা কাৰ দ্বাৰা প্ৰণয়ন হয় সেই বিষয়ে সবিশেষ জানিবৰ কোনো সুবিধা পোৱা নাযায়। এইবাৰ আদিম যুগৰে পৰা সৰ্ব্বসাধাৰণৰ মুখে মুখে চলি আহে মাত্ৰ। সভ্যতা পুৰণি হৈ অহাৰ লগে লগে আৰু মানুহৰ বিচাৰ বুদ্ধি ভাৱ চিন্তাৰ শক্তি বিকাশ হৈ অহাৰ লগে লগে এই গীতি সাহিত্য বোৰ লিপিবদ্ধ কৰি লোৱা হয়। এই গীতি-সাহিত্য বোৰকে লোক-সাহিত্য বা মৌখিক সাহিত্য বোলা হয়।

এই লোক সাহিত্যবোৰ কোনো এটা জাতিৰ অমূল্য সম্পদ। কোনো এটা জাতিৰ লোক-সাহিত্যই সেই জাতিৰ প্ৰকৃত সাহিত্যক উন্নতি পথত আগবঢ়াত যথেষ্ট পৰিমাণে ইন্ধন যোগাব পাৰে আৰু সেই জাতিৰ সাহিত্য যে প্ৰাচীন সাহিত্য সেই কথা আন জাতি-সমূহৰ আগত পৰিগণিত কৰাব পাৰে। এইবিধ সাহিত্যৰ মাজতে এটা জাতিৰ সংস্কৃতি-সভ্যতা নিহিত হৈ থাকে। বুৰঞ্জীয়ে যিখিনি কথা আমাক কব নোৱাৰে বা যি যুগক বুৰঞ্জীয়ে চুব নোৱাৰে সেইখিনিক এটা জাতিৰ লোক সাহিত্যৰ মাজত পাব পাৰি। আৰু তাৰ মাজত জাতিৰ ঐতিহ্যখিনি পৰিস্ফুটিত হৈ থাকে। এই লোক-সাহিত্য কোনো শিক্ষিত সমাজৰ বা কোনো প্ৰতিভাশালী ব্যক্তিৰ অৱদান নহয়। এইবোৰ হৈছে সৰ্ব্বসাধাৰণৰ সহজ অনুভূতিত আলোড়ন কৰা সৰল ভাৱধাৰাৰ সৰল প্ৰকাশ।

অতীজৰ মানুহৰ লগত প্ৰকৃতিৰ সম্বন্ধ অতি ওতঃপ্ৰোত ভাবে জড়িত আছিল। প্ৰাকৃতিক নানা পৰিবৰ্ত্তনৰ ফলত আৰু প্ৰকৃতিৰ নানা সৌন্দৰ্য্যই যেতিয়া মানুহক মুহিত কৰি প্ৰাণত বিমল আনন্দ প্ৰদান কৰিছিল, মানুহৰ মনত যেতিয়া নানা বিৰহ বেদনাই হেন্দোলনী তুলিছিল তেতিয়া সেইবোৰ মানুহে নানা ভাৱে প্ৰকাশ কৰিবৰ কাৰণে চেষ্টা কৰিছিল। এই অনুভূতিবোৰ আত্ম-প্ৰকাশৰ চেষ্টাতেই গীত, পদ, নৃত্য, আদিৰ সৃষ্টি হ'ল। এই গীত পদবোৰ গাৱলীয়া সমাজৰ পাৰিপাৰ্শ্বিকতাৰ মাজত জন্ম হোৱা হেতুকে তাত গাৱঁলীয়া জীৱনৰ চিত্ৰ দেখিবলৈ পোৱা যায়।

আমাৰ অসমীয়া জাতিৰ মাজতো এনে ধৰণৰ লোক সাহিত্য প্ৰচুৰ পৰিমাণে পোৱা যায়। লোক সাহিত্যই অসমীয়া সাহিত্যৰ ভৰাঁল যথেষ্ট পৰিমাণে চহকী কৰিছে। অসমীয়া লোক সাহিত্যৰ ভিতৰত বিহুগীত, ধাইনাম, গদখীয়াগীত, দেহ বিচাৰৰগীত, ফকৰা, যোজনা আদিয়েই প্ৰধান।

বেলেগ বেলেগ বিভাগত এইবোৰ বেলেগ বেলেগ ৰূপে বিস্তৃত হৈ আছে। এই লোক গীতবোৰৰ ভিতৰত, অসমীয়া সাহিত্যলৈ বিহুগীতৰ অৱদান যথেষ্ট শকত। বিহুগীত বোৰৰ আঁৰত আমাৰ গাৱলীয়া সমাজৰ সম্পূৰ্ণ প্ৰতিচ্ছবি পোৱা যায়; আৰু এইবোৰ গাৱঁলীয়া সমাজৰ পটভূমিত ভিত্তি কৰি প্ৰকাশ হোৱা হেতুকে ইয়াৰ মাজত অতীজ অসমীয়া সমাজৰ ইতিহাসো কিছু পৰিমাণে পোৱা যায়। এই বিহুগীত বোৰ অতীজৰ সবল অসমীয়াৰ সবল প্ৰাণৰ পৰা জন্ম হৈছিল। আৰু এই গীতৰ মাজত থকা প্ৰেমৰ ভাগটোৱেই পোণপ্ৰথমতে আমাৰ চকুত পৰে। ডেকা গাভৰুৰ অন্তৰৰ প্ৰণয়-ভালপোৱা, বিৰহ-বেদনা আদি এই গীত বোৰৰ মাজেদি প্ৰকাশ পাইছিল।

বিহুগীতৰ আঁৰত প্ৰেমৰ চিত্ৰ বেচিকৈ পোৱা গলেও অসমীয়া গাৱঁলীয়া জীৱনৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত থকা যেনে তাঁতশাল খনি, গুৱা পানৰ টোপোলা, নৈখনিৰ লগত সমন্ধ আদি চিত্ৰবোৰো পোৱা যায়। বিহুগীতবোৰ সৰ্ব্বসাধাৰণৰ প্ৰকাশ হলেও তাৰ মাজত প্ৰকৃতি বৰ্ণনা, দাৰ্শনিক মনোভাৱ আদি কিছু পৰিমাণে নিহিত হৈ থকা দেখা যায়।

মানৱ অন্তৰত প্ৰেম সৃষ্টি ভগৱানৰ এক অভিনৱ দান। ডেকা-গাভৰুৱে লুকাই-দেখুৱাই, প্ৰকাশে, অপ্ৰকাশে ইটিয়ে সিটিক প্ৰেম নিবেদন কৰা সৃষ্টিৰ আদিম যুগৰে পৰা চলি আহিছে। প্ৰেমৰ খেলি-মেলি ভাৱধাৰাক প্ৰকাশ কৰাতেই বিহুগীতৰ প্ৰকৃত সৌন্দৰ্য্য।

শীতৰ কুঁৱলী ঠেলি বসন্তই যেতিয়া প্ৰকৃতিৰ বুকুত বিৰাজ কৰে প্ৰকৃতিয়ে তেতিয়া বসন্তৰ পৰশ পাই যৌৱনা-দিপ্ত হৈ পৰে। শীতৰ পৰশত চকুপানী টোকা, গছ-লতিকাই যেতিয়া কুঁহি-পাতফুল মেলি বিনন্দীয়া হৈ উঠে, কপৌ, কেতেকী, নাহৰ-তগৰে যেতিয়া সেউজীয়া আচলত "গুতি ফল বাছি" সুবাসিত কৰি তোলে, কুলি, কেতেকীয়ে যেতিয়া ন' পাতৰ আঁৰত বহি সুমধুৰ গীত গাই "পল্লৱে-পল্লৱে" "গীত ছন্দৰ" সৃষ্টি কৰি "প্ৰেম মকৰন্দ" মৰতত ঢালি দিয়ে তেতিয়া লুইত-পৰিয়া ডেকা-গাভৰুৰ অন্তৰত প্ৰণয়ৰ হেন্দোলনীয়ে উথল-মাথল কৰে; যৌৱনৰ শিহৰণে চঞ্চল কৰি তোলে। বসন্তৰ আগমনত প্ৰকৃতিৰ বুকতো যৌৱনৰ জোৱাৰ উঠাৰ দৰে, ডেকা-গাভৰুৰ অন্তৰতো প্ৰেমৰ জোৱাৰ উঠে; "চেঙেলীয়া মন" বান্ধিব নোৱাৰা হয়, "মৰাপাতৰ দোল" চিঙি পেলাই "কমোৱা তুলা যেনেকৈ উৰিছে তেনেকৈ উৰিবৰ মন" যায়। এই সময়ত অতীত পাহৰি যায়, ভবিষ্যতৰ কথা মনত নপৰে, জাতি ভেদৰ কথা মনত নপৰে।

"তোমাৰ মনে গলে মোৰে মনে গলে
কি কৰিব জাতি কুলে।"

অৱশ্যে এনেবিধ গীতৰ দ্বাৰা এটা কথা সুন্দৰ ভাৱে পৰিলক্ষিত হয় যে সেই সময়ৰ অসমীয়া সমাজৰ মাজতো জাতি ভেদৰ বান্ধোন কট্ কটিয়া আছিল। কিন্তু প্ৰেমৰ জুইৰ আগত জাতি ভেদ নিকৃষ্ট। প্ৰেমে নিবিচাৰে জাতি-কুল, বিচাৰে মাথো অন্তৰৰ ভালপোৱা। অন্তৰৰ বিনিময়ত যদি অন্তৰ পোৱা নাজায় তেন্তে জীৱন হয় "চাহাৰা"। প্ৰেমিকে প্ৰেমিকাৰ প্ৰতি যদি আৱশ্যক হয়, তেন্তে নিজৰ জাতি-কুল পৰ্য্যন্ত এৰি যাবলৈ প্ৰস্তুত।

"চতে গৈয়ে গৈয়ে বহাগে পালেহি
ফুলিলে বাবৰি ফুল ;
তোমাৰে লগতে মৰো যদি মৰিম
এৰি যাম নিজৰে কুল।

এই প্ৰেম আছিল নিভাজ প্ৰেম। সৰল হৃদয় অন্তৰৰ সৰল প্ৰেম। যৌৱন চঞ্চল বায়ু গাত লাগি ক্ষন্তেকিয়া উত্তেজনাৰ বশৱৰ্ত্তি হৈ নহয় ; ভাবী লগৰীক যাতে প্ৰেমিকে চিৰ-লগৰী হিচাবে পাব পাৰে তাৰ বাবেহে প্ৰেমিকে বাঞ্চা কৰে। নহলে জীৱন অসাৰ্থক যেন বোধ কৰে।

"কুৰো মই অকলে লগত নাই সাৰথি
ঈশ্বৰে কৰিছে মোক ;
কৰবাত কেনেবাকৈ মৰিম গৈ লাহৰী
নাপাব লাগিলে তোক।"

কিন্তু হেজাৰ আশাৰ মাজত যেতিয়া নিৰাশা, ব্যৰ্থতাই প্ৰেমিকক আৱৰি ধৰে, কল্পনা যেতিয়া কল্পনাৰ মাজতে আবদ্ধ হৈ থাকে, বাস্তৱলৈ যেতিয়া সপোন বোৰ ৰূপায়িত হব নোৱাৰে তেতিয়া প্ৰেমিকে প্ৰকৃত প্ৰেমৰ মূল্য দি জীৱন বিসৰ্জন দিবলৈ প্ৰস্তুত হয়।

"কেনেকৈ পাহৰিম তোকে ঐ লাহৰী
কেনেকৈ পাহৰিম তোক ;
মিচিমি আহিব বৰ বিহ আনিব
তাকে খাই পাহৰিম তোক।"

প্ৰেমৰ বাট নিষ্কণ্টক নহয়। প্ৰেমৰ বাটত হেঙাৰ থেৰ। নিজৰ আই-বোপায়েই প্ৰেমিক-প্ৰেমিকাৰ প্ৰেমৰ বাটত হেঙাৰ হৈ পৰে। কিন্তু প্ৰেমৰ আগত যে আই বোপাই, ভাই ককাই তুচ্ছ সেই কথা প্ৰকাশ কৰিছে—

"আই-বোপায়েই আমাৰে শতৰু
কুৰিব নিদিয়ে যোৱত ;
তুমি ভালপোৱা মৰো ভালপাও
আতৰি যাওঁগৈ দূৰত।"

প্ৰেমিক প্ৰেমিকাই জানে,—তেওঁলোকৰ অবাধ মিলনৰ সুযোগ নাই। সকলোৱেই তেওঁলোকৰ শত্ৰু সেয়েহে—

"লোকক দেখুৱাই কেতেৰাই মাতিবা
ভিতৰি নেৰিবা ৰেথা।"

এই বিহুগীতৰ মাজত অসমীয়া কৃষ্টি নিহিত হৈ আছে। অসমীয়াৰ তামোল পান অসমীয়া কৃষ্টিৰ এটি অঙ্গ। তামোল পানৰ মূল্য অসমীয়া সমাজত আজিও উচ্চ সেয়েহে আজিও আমাৰ

গাৰ্বৰ ঘৰখনলৈ গলে আমি পোণ প্ৰথমতে বৰ বতাটোত আমৰ কুলিটোৰ ভিতৰত অসমীয়া ধপাত সুমুৱাই দবুৱা কটাৰীখনৰ সৈতে তামোল পান আগবঢ়াই দিয়া পাম। হেজাৰ টকাই কৰিব নোৱাৰা এটা কাম মাত্ৰ এখন তামোলে কৰিব পৰা আজিও বহুত দৃষ্টান্ত আমি দেখো। তামোল এখনৰ মাজেদিও প্ৰেমিক-প্ৰেমিকাই প্ৰেম নিবেদন কৰাৰ সুবিধা পায়। চেনেহীৰ লিহিৰী হাতেৰে কটা তামোল খনি খালেহে চেনায়ে আনন্দ উপভোগ কৰিব পাৰে,

"একোতে নাপাওঁ সুখ মই লাহৰী
একোতে নাপাও সুখ ;
তোমাৰ হাতেৰে কটা তামোল খনি
খালেহে পাহৰো দুখ।"

প্ৰেমিকে, প্ৰেমিকাক গোপন মিলনৰ সঙ্কেত স্বৰূপে তামোলৰ বাকলি পদূলীত পেলাই আহ্বান জনাই,—

"তোমাৰে পদূলীত তামোল কাটি খাম
বাকলিত থৈ যাম চিন।"

আকৌ প্ৰেমিকাই ভয় কৰে, কিজানি তেওঁলোকৰ গোপন মিলনৰ চিন আনৰ আগত কেনেবাকৈ প্ৰকাশ পায় ; সেয়েহে প্ৰেমিকাই প্ৰেমিকক সাৱধান কৰি দিয়ে—

"আমাৰে পদূলীত তামোল নাকাটিবা
বাকলিত ধৰিব চিন।"

চেনায়ে, চেনেহীয়ে কটা তামোল খনিৰ মাজত ভালপোৱাবোৰ বিচাৰি পায়। চেনেহীয়ে দিয়া থুৰিয়া তামোলে চেনাইক আছুদি কৰে—, ভালপোৱাবোৰ বেচি গাঢ় হৈ উঠে,

"তোমাৰে তামোলত কিনো মায়া আছিলে—
আছুদি কৰিলে মোক ;
থুৰিয়া তামোলত মৰম ঐ পথালা
কেনেকৈ পাহৰো তোক।"

মুঠতে,—এই বিহুগীতৰ মাজত ডেকা-গাভৰুৰ প্ৰেমৰ এখনি সুন্দৰ চিত্ৰ দেখিবলৈ পোৱা যায়। অকল এয়ে নহয়। শৰীৰৰ বিভিন্ন অঙ্গৰ বিচিত্ৰ বৰ্ণনা এই বিহুগীতৰ মাজত পোৱা যায়। "ডেকাৰ চিকুণ ভৰিৰ কলাফুল", "গাভৰুৰ ককাল খামুচিয়া", "উধান যেন বুকু" "পূৰ্ণিমাৰ জোন যেন মুখ" ইত্যাদি ইত্যাদি।

অসমীয়া তিৰুতা মাত্ৰেই তাঁতশালখনি অতি আদৰৰ ; বিহুৱান খনি অতি মৰমৰ। বিহুগীতৰ মাজত, এই তাঁতশালখনিৰ চিত্ৰ, বিহুৱান খনিৰ মাজেদি ডেকা-গাভৰুৱে প্ৰেম নিবেদন কৰা, বোৱা কটাৰ দৃশ্য আদি বহুত পৰিমাণে দেখিবলৈ পোৱা যায়। অতীজৰ পৰাই অসমীয়া তিৰুতা বোৱা কটাৰ কাৰণে বিখ্যাত আছিল। ভাৰতৰ ভিতৰতে ভাৰতৰ পূব প্ৰান্তত থকা এই ক্ষুদ্ৰ অসম দেশৰ অসমীয়া

ৰমণীয়ে নিজ হাতে বোৱা কাপোৰ পিন্ধি নিজ বৈশিষ্ট ৰক্ষা কৰিছিল। এখন বেলেগ আসন ভাৰতীয় ৰমণী সকলৰ ভিতৰত অধিকাৰ কৰিছিল। মহামানৱ গান্ধীজীয়ে সেয়েহে কবলৈ বাধ্য হৈছিল, "অসমীয়া প্ৰত্যেক গৰাকী তিকতাই কাপোৰ ব'ব জানে ; ব'ব কটা নজনা অসমীয়া গাভৰুৰ বিয়াই নহৈছিল। অসমীয়া গাভৰুৱে কাপোৰত সপোন দেশৰ কাহিনী বছে।" সচাকথা, এসময়ত এটা যুগ অসমত আছিল, যিটো যুগত অসমীয়া তিকতাই "হাতে সুকুৱা, মুঠিতে লুকুৱা" কাপোৰ ব'ব পাৰিছিল ; ৰাতিটোৰ ভিতৰতে পাঁজি কাটি সূতা উলিয়াই, ৰাতিপুৱালৈ চেলেং ছকঠিয়া বৈ নিজৰ আপোন জনক ৰণৰ কবচ দিছিল। বিয়াৰ আগতে বোৱা-কটাৰ বিষয়ে সুধিহে ডেকাই গাভৰুক বিয়া কৰাইছিল,—

"পদূলীৰ পৰা বোপদেউ সুধিলে
আইদেউ কিয়ে বনে পাৰে ;
তাতঁত হালেজালে লতাফুল বাছে
আইদেউ সিয়ে বনে পাৰে।"

ব'ব কটা নজনা গাভৰু অসমীয়া ডেকাই বিয়া নকৰাইছিল ; বৰং "থুপৰী" বুলিহে হাঁহিছিল—

"ব'বও নাজান কাটিবও নাজান
নকৰাও বিয়া মই তোক ;
তোৰে নো নিচিনা থুপৰী তিকতা
কিয়নো লাগিছে মোক।"

আকৌ যি গাভৰুৱে বোৱা কটা নাজানে, সেই গাভৰুৱে চেনাইক বিহুৰ বিহুৱান দিবলৈ নাপায় নিজেই আক্ষেপ কৰে।

"বোপায়ে নিদিলে নাহৰ তাঁতশাল
আয়েও নিশিকাই মোক ;
কেনেকৈ দিও মই তোকে ঐ বিহুৱান
কেনেকৈ কওঁ মই তোক।"

বছৰৰ ৰঙালী বিহুত ভালপোৱা জনক "মৰমৰ দীৰ দি", "চেনেহৰ বাণী বৈ", "হেপাহৰ আচুৰে বোৱা" বিহুৱান দিয়া অসমীয়া সমাজত আদিম যুগৰে প্ৰথা। বিহুৱানৰ যোগেদি অসমীয়া গাভৰুৱে ভালপোৱাজনক অন্তৰ উজৰি মৰম স্নেহ, ভালপোৱাৰ সফুঁৰাটি মেলি দিয়ে। চেনাইক, চেনেহীয়ে বিহুত বিহুৱান কি ফুল বাচি দিব, তাঁতৰ শালতে গুণা-গঁঠা কৰে—

"যোৱাবাৰ বিহুবে চেনাইৰ বিহুৱান
ফুলেৰে নিদিলো বাচি ;
এইবাৰ বিহুৱান দিমে কেনে কৰি
কেনেনো ফুলেৰে বাচি।"

চেনেহীয়ে দিয়া মৰমৰ ৰঙা বিহুৱানৰ ৰঙা আঁচুৰ মাজত চেনায়ে চেনেহীৰ পীৰিতিৰ সন্ধান পায়;

"তোমাৰে হাতৰে ৰঙা বিহুৱান
তাতে ঐ পীৰিতি পাওঁ।"

অসমীয়া গাভৰু মাত্রেই তাঁতশালখনি ইমান আপোন যে গাভৰুক বিয়া দিব বুলি শুনি তাঁতশালখনেও কান্দি উঠিছিল—

"ৰৰঘৰত কান্দিলে নেওথনি যতঁৰে
মাৰলত কান্দিলে ভণী;
বাৰীৰ পাছে ফালে কান্দে তাতঁৰশালে
আইদেউক বিয়া দিব শুনি।"

এই সকলোৰে ওপৰত বিহুগীতৰ মাজত যি উপমা সমূহ আছে সেইবোৰ মন কৰিবলগীয়া। উপমা সাহিত্যৰ এটা বিশেষ অঙ্গ। সাহিত্যৰ উপমাই সাহিত্যক বেচি ৰসাল কৰি তোলে আৰু পাঠকক বেচি আকৃষ্ট কৰে। সাহিত্যত উপমা সকলো জাতিৰ সাহিত্যৰ মাজতে পোৱা যায়। সংস্কৃত সাহিত্য উপমাৰ কাৰণে বিখ্যাত। এই উপমাৰ পৰা বিহুগীতেও হাতসাৰিব পৰা নাই। উপমাৰ কাৰণে অসমীয়া লোকসাহিত্যৰ ভিতৰত বিহুগীতৰ এখন স্বকীয়া আসন আছে।

"চকুত তিৰে বিৰাই পদুমৰ পাহী ঐ
দেহাত তিৰেবিৰাই সোণ;
চেনেহীৰ মুখলৈ চাবকে নোৱাৰি
যেন ঐ পূৰ্ণিমাৰ জোন।"

অৱশ্য এই বিহুগীতৰ উপমা, আধুনিক অসমীয়া কবিতাৰ দৰে "তোমাৰ চকুত প্ৰিয়া, সাগৰৰ এচামুচনীলা" "আমাৰ চকুত তিখাৰ জুই" "প্ৰথম নিশা অপৰিচীতা পত্নীৰ দৰে পৃথিৱী থৰে থৰে কঁপিছে" আদিৰ দৰে ইমান সুদূৰ প্ৰসাৰী ভাৱধাৰা পৰিলক্ষিত নহয়। কাৰণ এইবোৰ সৰ্ব্বসাধাৰণৰ সহজ অনুভূতিৰ দ্বাৰা প্ৰকাশিত হৈছিল। চকুৰ আগত দেখা বস্তুবোৰকে তেওঁলোকে উপমা হিচাবে ব্যৱহাৰ কৰিছিল। কিন্তু যিটো যুগত এই বিহুগীত বোৰ প্ৰকাশ হৈছিল সেই যুগলৈ চাই ইয়াৰ মূল্য বহুত ওপৰত।

এই বিহুগীতৰ মাজত যে অকল প্ৰেম আৰু অসমীয়া সমাজত সচৰাচৰ ব্যৱহাৰ হোৱা বস্তুবোৰৰহে চিত্ৰ পোৱা হয় এনে নহয়। তাৰ মাজত দাৰ্শনিক চিন্তাধাৰাও নিহিত হৈ থকা দেখা যায়। অসমীয়াইও জানিছিল যে এই দেহা অস্থায়ী; মাটিৰ দেহা সময়ত মাটিতেই বিলীন হৈ যাব; অকলৈ যেনেদৰে এই মৰতলৈ আহিছিল ঠিক তেনেদৰে এদিন অকলে অকলে যাবগৈ। কিন্তু যি কেইদিন থাকিব সেই কেইদিনত জীৱন পথত সাৱধানে আগবাঢ়ি যাবলৈ বিভিয়াইছে।

"চাইনো চাই বুলিবি বাট হেৰ চেনাইটি
চাইনো চাই বুলিবি বাট ;
দেহৰে ভিতৰতে আছে খলা বমা
পিচলি পৰিবি তাত।"

অকল এয়ে নহয়, "জনমৰ লগে লগে মৃত্যু আহে যায়" এই কথা সত্য উপলব্ধি কৰি এসময়ত অসমীয়াই সঙ্কেতবাণী পথাইছিল। মানুহে জীয়াই থাকিবৰ কাৰণে এই দুদিনীয়া সংসাৰলৈ মাত্র দুদিনলৈ আহি নিজৰ স্বাৰ্থৰ কাৰণে চাই অতি অসৎ কাম কৰে ; কিন্তু কোনেও ভাবি নাচাই এইবোৰ কালৰ সোঁতত কি হব ? কাক দিব ? কলৈ লৈ যাব ? কোনেও ভাবি নাচাই যে এই অস্থায়ী দেহাই লগত একো লৈ যাব নোৱাৰে ; মাত্র পাবে দুটা বস্তু এটা হ'ল পাপ আৰু আনটো পূণ্য। সেয়েহে সঙ্কেত দিছে—

"ধনে ধনে কৰি ধনকে ঘটিলি
পৰমে যতনে কৰি ;
ধন গল উচলি মন গ'ল পিচলি
লগত গ'ল দুচলি খৰি।"

আকৌ—।

"আহিলা অকলে যাবাগৈ অকলে
পাৰ হৈ জীৱনৰ সাঁকো ;
লগৰ সমনীয়া সবে দুদিনীয়া
লগত লৈ নাজাবা কাকো।"

..জীৱন নৈ সাঁকো ডাল অতি সৰু। খুপি খুপি পাৰ হব পাৰিলেহে জীৱন যাত্রাত জয় হব পৰা দেখা যায় ; সেয়েহে কৈছে—

"জীৱনৰ নৈতে যি ডাল ঐ সাঁকো
খুপি খুপি হ'বা পাৰ।"

এইবোৰ অকল সেইযুগৰ কাৰণে নহয় ; আজি আমাৰ কাৰণেও এইবোৰ সঙ্কেত বাণী। এনেধৰণৰ ভাৱধাৰাৰ কাৰণে আজিও বিহুগীত বোৰ আমাৰ ইমান আপোন ; ইমান মৰমৰ ; ইমান আদৰৰ। মুঠতে অসমীয়া লোক সাহিত্যৰ সৌন্দৰ্য্য ৰক্ষা কৰাত বিহুগীতৰ অৱদান যথেষ্ট ডাঙৰ। অসমীয়া জাতীয় জীৱনৰ চিত্র অঙ্কিত কৰি অসমীয়া লোক সাহিত্যৰ ভিতৰত বিহুগীতে যি অৱদান দিছে, সি অসমীয়া লোক সাহিত্যৰ সৌন্দৰ্য্য ৰক্ষা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল যথেষ্ট শকত আৰু চহকী কৰিছে।

# কবিতা



"কবি ঋষি। তেওঁ সত্যক মূৰ্ত্ত কৰি দেখুৱায়। সকলোৰে ভিতৰত কি গভীৰ চিৰন্তন সত্য আছে, অনিৰ্ব্বচনীয় সৌন্দৰ্য্য আছে, সেইটো প্ৰকাশ কৰে কবিয়ে। কবি-প্ৰতিভাৰ ঘাই কথা মৌলিকতা। প্ৰকৃত কবি গতানুগতিকগামী নহয়। সাধাৰণ সোঁতত তেওঁ উটি নাযায়। বুদ্ধি-কৌশল আৰু "কাৰিকৰি"ৰ তেওঁ অপেক্ষা নাৰাখে। তেওঁৰ উৎস অন্তৰাত্মাই সহজে অভিনৱতাৰ সৃষ্টি কৰে। তেওঁৰ অন্তৰৰ ভুমুকৰ পৰা একো একোটি মূল idea উঠে; তাকে তেওঁ সাকাৰ কৰি জগতৰ আগত ধৰে। কবি-প্ৰতিভাৰ ভিতৰত ঐশ্বৰিক শক্তিৰেই খেলা। তেওঁৰ এই শক্তি কষ্টসাধ্য নহয়; অনায়াসলব্ধ ঈশ্বৰ প্ৰসাদত তেওঁ নিত্য সিদ্ধ। সেই দেখি কয়, "A poet is born and not made" অৰ্থাৎ মেহ্‌নত" কৰি কোনো কবি হ'ব নোৱাৰে, কবিৰ জন্ম হয়।"

—লক্ষ্মীনাথ বেজবৰুৱা,

( ৭ম অধিবেশন, ১৯২৪ চন )

# ডায়েৰী

শ্ৰীনিৰ্ম্মলপ্ৰভা বৰদলৈ

বগা বগা পাখী মেলি
মিঠা মিঠা কাকলিৰে
সেউজীয়া গীত গোৱা
পখীবোৰ উৰি গুচি গ'ল—
সাৰ পোৱা আন এখন পৃথিৱী বিচাৰি
পাৰ হৈ, ধৰণীৰ ধোৱাঁ আৰু ধূলি।
এইখন অৰণ্যত
এতিয়া কেনিও আৰু নিৰ্জ্জনতা নাই,
ক'লা-ৰঙা-হালধীয়া সৰু-বৰ অজস্ৰ সাপৰ
গোঁজৰণি, বিষাক্ত বতাহ।

সুৰৰ জোনাক শেষ
ফুলৰ আৰতি শেষ
কানিমুনি সন্ধিয়াত
কলুষ দৈত্য আৰু
অজ্ঞতা ৰাক্ষসী আহি
টেটু চেপি ফাঁচী দিলে ৰ'দৰ পোহাৰ
জ্ঞানৰ সকলো গছ মনৰ দুখত
বনপোৰা জুই হৈ
আপোনা-আপুনি জ্বলি ছাই হৈ গল
বাঁচি ৰ'ল মাথো
শুই থকা মানুহৰ চকুৰ টোপনিবোৰ
লগলাগি হোৱা এই
অৰণ্যৰ ঘোৰ অন্ধকাৰ।*

* কবিতাটো শ্ৰীপ্ৰফুল্ল ৰাজগুৰুৰ যোগেদি পোৱা হৈছে—সম্পাদক

# নৱজন্ম

অধ্যাপক প্ৰফুল্লকুমাৰ ভূঞা

আহা কি সুন্দৰ উজ্বল এই ফাগুনৰ ৰাতিপুৱা
স্বচ্ছ শীতল নিয়ৰ
আৰু কমলা ৰঙৰ ৰ'দ !

গভীৰ টোপনিৰ পৰা মই আজি সাৰ পালোঁ
ফাগুনৰ ৰাতিপুৱা ।

কিমান বছৰ যেন মই শোৱা নাই
হায় কিমান বছৰ !
কিমান বছৰ অনিদ্ৰা অনাহাৰ দুখ আৰু হতাশাত
অলিয়ে গলিয়ে মই ঘূৰি ফুৰিলোঁ
এক নৰকৰ পৰা অন্য নৰকলৈ স্খলিত হ'লো
মৰিলোঁ, ধ্বংস হ'লোঁ,
নিজৰ মৃত্যুৰ চিতা নিজে জলাই
ওচৰতে বহি বহি চাই থাকিলোঁ
অথচ চকু পানীও টুকিব নোৱাৰিলোঁ
কাৰণ তেতিয়া মই ছাই হৈ গৈছিলোঁ।

হায়, কিমান বছৰ শোৱা নাই মই
কিমান বছৰ !

তাৰ পিছত সাৰ পালোঁ আজি এই ফাগুনৰ ৰাতিপুৱা
গভীৰ সমুদ্ৰ তলিৰ পৰা
কোনো মহাপ্ৰলয়ৰ পিছত
কোনো দেৱতাৰ আশীৰ্ব্বাদত
মোৰ যেন নৱজন্ম হ'ল
আজি এই ফাগুনৰ ৰাতিপুৱা।

# কুন্তলা কাকতি

শ্ৰীকুন্তলা কাকতি ( প্ৰাক্তন ছাত্ৰ )

এয়া মই,
কুন্তলা কাকতি।
তোমাৰ পুৰণি চিনাকী।

ঘামতিতা কোমল মাটিৰ গোন্ধ,
ক্লান্তিহীন বৰষাৰ নিঃসঙ্গ বেদনা,
হিম-শেতা সুকুমৰ সোণসৰা হাঁহি ;
পলাশ-ৰঙা ফাগুনৰ বনজুই
যৌৱনৰ বিৰিণাবনৰ,
আকাশৰ ওৰণিত,
মুঠি মুঠি বুটা তোলা
মোৰ হাঁহিবোৰ,
মোৰ পৰিচয়—মোৰ ইতিহাস,
তোমাৰ পুৰণি চিনাকী কুন্তলা কাকতিৰ।

আৰু আছে,
কত সাধু, কত ইতিকথা
মোৰ জীৱনক চুই মৃত্যুঞ্জয়ী হোৱা।
ভাত আৰু কাপোৰৰ
প্ৰেম আৰু বেদনাৰ,
কত ছন্দ, কত গান
মোৰ জীৱনৰ স্তৰে স্তৰে।
বেদনা নীৰৱ তেজীমলাৰ দৰে
আখৰে নিলিখা, পাখৰে নিলিখা।

এবুকু প্ৰেমৰ বাবে
একাঁজলি হাঁহি আৰু
এমুঠি ভাতৰ বাবে
মই অহা শতিকাৰ ৰাজপথে ৰিডিয়াই
তোমাক শুনাব—
মোৰ কথা, মোৰ গান,
তোমাৰ পুৰণি চিনাকী কুন্তলা কাকতিৰ।

হেৰা, সূৰ্য্য-মুখী বন্ধু
তোমাৰ মন আকাশৰ খিড়িকীত
অচিনাকী পোহৰৰ দুৱাৰ দলিত।
মাটিৰ বেদনা আৰু
মানুহৰ অসহায় ব্যথা লাগি
চেচা পৰা, শেতা পৰা, পলৰীয়া মন।
ধুলি-ধোঁৱা, প্ৰেম-হাঁহি
জীৱন আৰু যৌৱনেৰে
শিবত সেন্দুৰ সনা আমাৰ পৃথিৱী
তোমাৰ উপনিবেশ।
জুই আৰু তিখাৰ হাটত
যোগান আৰু চাহিদাৰ পোহাৰ লৈ
তুমি উন্মত্ত।
মোক চাবলৈ, চিনি পাবলৈ
তোমাৰ সময় নাই।
মোক—
তোমাৰ পুৰণি চিনাকী কুন্তলা কাকতিক।

# তিনিটা কবিতা

শ্ৰীভবেন বৰুৱা (দ্বিতীয় বাৰ্ষিক ঃ কলা)

## (১) উপলব্ধি

বৰষুণ অহাৰ আগতে
তোমাক কওঁ, শানিত বক্ৰ-প্ৰয়াসত,
উঞ্চিত তেলৰ পুঙত নমাৰ আগতে
লৌহ যান্ত্ৰিকতাৰ শিহৰণ,
তোমাক কওঁ,
মন্ত্ৰ,
উদ্বাস্তু তেজৰ
অন্ধকাৰ শিহৰিত মনোময় মন্ত্ৰ ঃ
যন্ত্ৰৰ প্ৰহাৰত ক্ষত এই প্ৰহৰ,
গণিতৰ নিভুৰ্ল যান্ত্ৰিকতাৰে।
যেতিয়া আছে
কুকুৰাৰ ভৰিৰ শব্দ,
আৰু আছে
বতাহৰ শব্দ
প্ৰৌঢ়া প্ৰেমিকাৰ দৰে,
মোৰ বক্ৰ-প্ৰয়াস হয় দুৰ্মৰ,
দেহ উদ্বাস্তু,
যান্ত্ৰিক প্ৰহৰ স্পন্দমান
ধূসৰ তান্ত্ৰিকতাৰ পৃথিৱীত।

———

## (২) তুমি

আৰু যিয়েই নোকোৱা
তুমি থাকিব লাগিব।
থাকিব লাগিব।
নিশ্চয়।
নহলেযে,
নহলেযে আকাশ শুকাব
পাণ্ডুৰ ক্লান্তিত,
আৰু সোতোৰা সোতোৰি চালেৰে
পৃথিৱী হব প্ৰৌঢ়তাৰ মুঠিত
নষ্টদেহ।
আৰু,
তীব্ৰ উন্মাদ ধুমুহা আহিব
নিঃসঙ্গ প্ৰান্তৰ জুৰি,
বজ্ৰই যাব চিয়ঁৰি,
আৰু মই কপিম
নিৰ্জন পাহাৰৰ টিঙত—
বতাহত, বৰষুণত,
তোমাক চিয়ঁৰি চিয়ঁৰি।

———

## (৩) বাতিৰ হাত

মইতো তাকেই ভাবো :
বুদ্ধি যেতিয়া আহত
সমস্যাৰ জটিল গণিতেৰে,
তেজৰ গতি ক্লান্ত,
মইতো তাকেই ভাবো :

তোমাক নামাতো কিয় ?
বিশৃঙ্খলাবোৰ চিজিল কৰিবলৈ,—
মনৰ এই আলনা টেবুল বিলাক
চিজিল কৰিবলৈ,
আৰু নিপুণ হাতেৰে
অভদ্ৰ ভঙ্গিত পৰি থকা কিতাপবিলাক
চিজিল কৰিবলৈ,
আৰু তাৰ পিচত
হাঁহিবলৈ আৰু কথা কবলৈ
আৰু মই বোবা হৈ শুনি ৰবলৈ।

মইতো তাকেই ভাবো,
তোমাক কিয় নামাতো ?
মনত যেতিয়া আৰম্ভ হয়
বন্যা-মহামাৰী- দুৰ্ভিক্ষ- যুদ্ধ,
তোমাক কিয় নামাতো ?
তেতিয়াতো
বাতিৰ মুগ্ধ শুভ্ৰতাৰ তৰলতাত লুকাব
এই খেলিমেলি,
অশান্ত অভদ্ৰ মোৰ পাৰিপাৰ্শ্বিকতা,
যিহেতু তুমি মৃণাল-দেহ,
মৃণাল-হাত,
কণ্ঠ তোমাৰ
শীতল সুৰভি।

# সন্তাপ

শ্ৰীব্ৰজগোপাল ভট্টাচাৰ্য্য (তৃতীয় বাৰ্ষিক : কলা)

( 'মৰিতে চাহিনা আমি সুন্দৰ ভুবনে'—ৰবীন্দ্ৰনাথ )

সময় :
তুষাৰ-শুভ্ৰ পূৰ্ণিমা ৰাতিৰ শেষ।
উদয় :
পূবাকাশত প্ৰভাতী আভা।
....পকী দেৱালৰ সিপাৰৰ
পাইনৰ ডালত ওলমি
তৰল হিমমালাৰ মাজত বৈ আছিল
ফেহুঁ-বুলীয়া বৰ কাঁহী যেন
পূৰঠ চন্দ্ৰমা।
অলপ পাচত :
ই পশ্চিম সাগৰত লুকাই পৰিব ;
জলমলীয়া সপ্তবৰ্ণেৰে
পৃথিবীত পোহৰ উপচি পৰিব.....!
....আলহী ঘৰৰ দুৱাৰত শুনিলো —
'কট্' 'কট্'—দুটা টোকৰ,
( ৰাজকোঁৱৰৰ পাখীলগা ঘোঁৰাত
অচীনা কুৱঁৰীৰ কোঠাত নামিলগৈ,
কুৱঁৰীৰ ৰূপযৌৱনে ৰাজকোঁৱঁৰক
বন্দী কৰিলে ; —কোৱঁৰ কিমান দিন থাকিল ? )
সেন্দুৰবুলীয়া মুখখনেৰে—
জীৱন আলহী ঘৰত সোমালহি ;—
চাৰিওকাষৰ ঠাই ডোখৰত
জীয়াতেজৰ উম আৰু
কাৰোবাৰ হাঁহি-কান্দোনৰ
মৃদু গুঞ্জন বিয়পি পৰিল।
..কিমান দিন থাকিবা ইয়াত, বন্ধু ?--মই সুধিছিলো।
'বহুত দিন —অনন্তকাল।
কেচা পাইনৰ সৌন্দৰ্য্য,
ৰজনীগন্ধা, শেৱালী, তগৰৰ মাদকতা,
সেই গোলাপী গালৰ ৰ'জজনীৰ
উমলগা উঠন বুকুখনৰ উঠানমাৰ মধুৰ পৰিবেশটো—
এৰি যাব পাৰি জানো বন্ধু ?
ওমৰ-প্ৰিয়া চাকিৰ পিয়লা—
কেচা আঙুৰৰ সোৱাদ—
তুমি জানো এৰি যাব বিচাৰা ?'
....পৃথিৱী খন ঘূৰি আছে,
পাহাৰী-সুতিৰ সাপৰ নেগুৰ-ছিগা ধাৰেৰে
সময় বাগৰি আছে—
গাভৰু জোনজনী মৰি যায়,
সেউজীয়া পাহাৰৰ ফুল-ফল সৰি
পাহাৰটো নাঙঠা হৈ কান্দে।
শীতৰ শেষত :
জীৱন গলগৈ।
জীৱন গলত :
কোনেও নেকান্দিলে,
আলহী-ঘৰৰ কোনেও
খন্তেকো নেভাবিলে,
পৃথিৱী তাৰ কক্ষত বাগৰিয়েই থাকিল।
ব'জৰ বুকুত উত্তাপ দিবলৈ
তাৰ সলনি —
হাজাৰ চৰুল "জীৱন" আগবাঢ়িল।
শুছি যোৱা জীৱন জানো
উলটি আহিব ?
( জোনাবায়ে মইনাক নিচুকনি শুনাবলৈ
সদায় আছে,—তেওঁ অমৃত খাইছিল )
মধ্যাহ্নৰ অন্তত দিনান্ত আছেই ;
মোৰ চকুত লোটক নামিছে,—
তুমি কিয় কান্দিবা ?

# উপলব্ধি

শ্রীনিত্যানন্দ বড়া ( প্ৰথম বাৰ্ষিক ঃ কলা )

এটা শৰতৰ অচিন ৰাতি
কাজল ক'লা আকাশত
কোনো দুৰ্ভগীয়াই অলেখ তৰাৰ পোহাৰ মেলিছিল
পুৱা দেখিলো শেৱালি জোপাৰ তলত
ৰাতিটোৰ স্বৰ্ণোজ্জ্বল তৰাবোৰ অৱস হৈ সৰি আছে।
হায়্! কল্পনা!
দূৱৰি বোৰৰ আগৰ পৰা টপ্ টপ্ কৈ
নিয়ৰৰ টোপাল সৰিছিল
ৰাতিৰ আকাশত তৰাৰ দোকান দেখি ভৱিছিলো
কুঁৱলীৰ চুমা লাগি শেৱালিৰ পাহি চিগে য'ত
তোমাৰ প্ৰেমদিপ্ত হাঁহিটিও তন্দ্ৰা যাব তাত।
হায়্! কামনা!
কুঁৱলী জাকৰ মাজৰ পৰা।
আহত বেলিটো উন্মাদ গতিত ওলায় আহিছিল
পৃথিবীৰ ককৰ্থনাত ৰক্তোজ্জল মুখ খনো
একেবাৰে শেতা পৰি গৈছিল
তেতিয়া মাত্ৰ মোৰ মনটো তন্দ্ৰাৰ যাদুঘৰৰ পৰা
ঘূৰি আহিছিল।
ৰাগীত মগ্ন জীৱনৰ উশৃঙ্খলতা বোৰৰ
ইমান জুমুৰি উঠিছে আজি!
মাফ কৰিবা দে'ই
সপোনৰ বুটা বাচি নকৰিম আৰু সেই
জীৱনত কৰি যোৱা ভুল।

# ছবি ঃ কোনো এক বৰ্ষাৰ সন্ধ্যাত

ইচাহক্ আলি ( প্ৰথম বাৰ্ষিক ঃ বিজ্ঞান )

আকাশৰ সীমান্ত চোৱাই দাপোন শীতল এক
শুভ্ৰ সমতল, এয়া বানপানী।
নিসঙ্গ, বিষণ্ণ কৰি আকাশৰ ছবি সূৰ্য্য অস্ত গলে
দিগন্তত অঁকা ৰয় সৰু সৰু বাহনি কাঠনি।
পানীৰ ওপৰেদি বগাই অহা এক দুৰন্ত অজগৰে
যেন পোহৰৰ ৰংবোৰ গিলি যায় ধীৰে ধীৰে।
সাধুকথাৰ কোনো উলঙ্গ ৰাজকুমাৰীৰ দৰে দিগন্ত
শুই থাকে। আকাশ মুখৰ কৰে পখীৰ গানৰ ভীৰে।
জীৱনৰ মহাপূজাত ঘামলোনা উপহাৰ
অগণন শিল্পীৰ সেউজীয়া সৃষ্টি ঢাকি
পানীৰ উচ্ছাস জাগে।
অশৰীৰি বিভীষিকাৰ দৰে গাৰ্ব্বৰ সৌৰভ ঢাকি
ৰাতিৰ আন্ধাৰ নামে।
দূৰত পানী-গছা গজে, মৰণ ক'লা মাস্তুল উকৰাই
খাচীয়া পাহাৰ আকাশ বন্দৰলৈ
মনচুনৰ দুৰ্জ্জয় আৰ্মাডা আহে।
জিলি আৰু ভেকুলীৰ কোৰাছত গভীৰ ৰাতিৰ মৌনতা ভাগে।
বোৱাবোৰৰ কৰুণ কান্দোনত বতাহ বিদীৰ্ণ হয়—
জেৰেঙাৰ অক্টোপাচী কবলত যেন
অসংখ্য জয়মতীৰ নিস্ফল কৰুণ আক্ৰোশ।
উকৰা ছালৰ তলত যি বিমূঢ় কৃষকৰ দলে
ওৰেৰাতি পানীৰ বিৰামবিহীন গীত শুনে।
ৰাতিৰ নিশ্বাসত সিহঁতৰ বেদনা ভাঁহে।
ভাগকৰা দুচকুত অন্ধকাৰ খতিয়ান
সপোন জগাৰ আৰু
সপোন ভগাৰ।
তেনেকৈয়ে,
সমস্যাৰ বানপানীয়ে সজাল ধৰা
আশাৰ বোৱাবোৰ সিহঁতৰ ৰাখিছে বুৰায়
বেদনাৰ বিশাল হোৱাংহোত
কোনে বাৰু, কিহে বাৰু দিব মঠাউৰি সজায়।

---

# স্মৃতি

শ্ৰীতুচন কুমাৰ গগৈ (দ্বিতীয় বাৰ্ষিক ঃ কলা)

বৰ্ষামুখৰ কোনো এক বিষণ্ণ সন্ধিয়াৰ শেষত
মোৰ পদূলী মুখৰ গধূলি গোলাপৰ
ফুলি উঠা পাপৰিবোৰৰ হাঁহিৰ চিক্মনী শুনি
নিঃসঙ্গ মোৰ আতুৰ আত্মাটোৱে যদি
বিনাই উঠে—
"তুমি নৱ, নৱ ৰূপে এসো প্ৰাণে
এসো গন্ধে এসো বৰণে".. ।
তুমি জানো আকৌ আহিবা ঘূৰি, হে নবীনা
জীৱনত যাৰ বসন্তৰ মৃত্যু ঘটিছে—
অস্তিত্বও যাৰ ছাই হৈ গৈছে, তাৰ
বাবে জানো—বাসন্তী স্বাগতমা ?
সময়ে সাধুকথা কোৱা নাই।
আন্ধাৰে তোমাৰ চুলিৰ অৰণ্য
ধূসৰ কৰা নাই।
তেন্তে কাৰ অভিশাপত কোৱাচোন মনোৰমা ;
সোণ বৰণীয়া দেহৰ বৰণ
মামৰেৰে হল মুমূৰ্ষ ?
হাঁহি ৰঙা ওঁঠটিত বাৰু কাৰ
চেঁচা চুমাৰ পৰশ লাগিল ?
স্বপ্ন নীলিম নয়ন তৰা ছুটিত
উদিলে কিয় কামনাৰ
ডুবন্ত জোন ?
জানো মনোৰমা ! সেই বোৰ অবান্তৰ প্ৰশ্ন—
সুপ্তি মগ্না ধৰণীৰ ধমনীত আজি
পথ ভ্ৰষ্টা হাজাৰ ৰঙিন গণিকাৰ
গান হল মুখৰিত—।
"প্ৰেমত আৰু পোহৰ নাই।"

---

গল্প

# নতুন ঘৰ

—অধ্যাপক চৈয়দ আব্দুল মালিক

জীৱকান্ত বৰ্ত্তমান জীৱনৰ শেষ সীমাত। চুলিবোৰ বগলী পাখী যেন বগা, ডাড়িবোৰ পকি বগা হৈছে। গালমুখ সোতোৰা-সোতোৰ। মুখ খনৰ প্ৰতিটো ৰেখাত জীৱনৰ শেষ হৈ যোৱা তিনিকুৰি বাৰটা বছৰৰ নিৰ্ম্মম ইতিহাসৰ বাহিৰে আৰু একো নাই। গাওঁ খনৰ ভিতৰতেই এতিয়া জীৱকান্ত এজন লেখৰ বুঢ়া। এৰা, বুঢ়া।

জীৱকান্তৰ পুতেক তিনিটা। প্ৰথমতে জীৱকান্তৰ দহ বছৰ কোনো লৰা-ছোৱালী নাছিল। প্ৰথম লৰাটোৰ বয়স এতিয়া তেত্ৰিশ বছৰ হৈছে। তাৰ নাম মহীধৰ। সি অলপ অন্য ধৰণৰ লৰা। সাধাৰণতে গাৱঁৰ লৰাই কুৰি-বাইশ বছৰতে বিয়া কৰায়, সি কিন্তু এতিয়াও বিয়া কৰোৱা নাই। গাৱঁত তাকলৈ বহুত আলোচনা হয়। সি বিয়া নকৰোৱাৰ কাৰণ নানা জনে নানা ৰকমে কয়।

কিন্তু আচলতে মহীধৰে যি কাৰণে বিয়া কৰোৱা নাই, সি সাধাৰণ। জীৱকান্তৰ গোটেই জীৱন দুখতে গ'ল। পৈত্ৰীক মাটি অলপ মান তাতে খেতি-বাতি কৰি কোনোমতে ছমাহ খাইছিল। বাকী ছমাহ কিনিকুৰি খুজি মাগি চলে। আজীৱন চেষ্টা স্বত্তেও নিজৰ অৱস্থাক বিশেষ পৰিবৰ্ত্তন কৰিব নোৱাৰিলে। বাপেকৰ দিনৰ ভগা ঘৰটো—তাকে বাটি-মেলি ঢোকা ভেজা দি কোনোমতে মূৰটো সুমুৱাই থাকে। প্ৰত্যেক বছৰ ঠিক কৰে খৰালি এটি আহল বহল ভাল ঘৰ সাজিব, কিন্তু খৰালি আৰু সি হৈ নুঠে।

বাপেকৰ দিনৰ সেই পুৰণা ঘৰটোৰ মজিয়াতে জীৱকান্ত উপজিল, তাতে মহীধৰো উপজিল। ঘৰৰ পৰিবৰ্ত্তন নহ'ল।

মহীধৰৰ এই পুৰণি, ভগা, খোকোৰা ওলোৱা ঘৰটো দেখি দেখি আমনি লাগিল। সি অলপ জনা-বুজাটো হোৱাৰ পৰাই মনে মনে এটা প্ৰতিজ্ঞা কৰিলে—সি কোনো উপায়ে এটা ঘৰ সাজিবই, আৰু নতুন ঘৰ সাজিব নোৱাৰে মানে সি বিয়া নকৰায়।

ভীষণ প্ৰতিজ্ঞা।

খেতিৰ উপৰিও হাট বজাৰ কৰি মহীধৰে পইছা গোটালে ঘৰ সাজিবৰ কাৰণে। তাকৰ তুকৰ নহয়—বাৰ শ' টকা। তাৰ পিছত সি মিস্ত্ৰীৰ লগত ঠিক কৰি ঘৰ সজাৰ ঠিকা দিলে।

আগৰ পুৰণি বাৰীতে নতুন ঘৰ হ'ব। এতিয়া থকা ঘৰটোৰ আগতে। ঘৰ হ'ব টুপ লগা বঙলা, বেৰবোৰ কাঠৰ দুৱাৰ-খিৰিকি হ'ব কাঠৰ—কেইবাটাও কোঠা, বাৰান্দা আৰু কিবা-কিৰি।

# প্ৰশান্তৰ বলুকাত

শ্ৰীৰুহিনী বৰুৱা ( দ্বিতীয় বাৰ্ষিক ঃ বিজ্ঞান )

বাণী বৰুৱাৰ প্ৰেমত পৰাৰ কল্পনা কেইজনে নকৰাকৈ আছিল ? যিদিনা সেই ধুনীয়া বাণী জনীয়ে আহি কলেজৰ কমন ৰুমত প্ৰথমবাৰলৈ এমুঠি ৰূপৰ পোহাৰ মেলিলে—আন ডেৰ শ ছোৱালীৰ চকুত ঈৰ্ষাৰ জুই জ্বলি উঠিল। ক্লাছৰ প্ৰথম বেঞ্চত বহি যেতিয়া বাণী বৰুৱাই 'ইকনমিক্সৰ' থিয়ৰী বুজাত ব্যস্ত....লগৰ সকলো ল'ৰাই তেতিয়া হয়তো এই ছোৱালীজনীৰ এটি চকুৰ পলকৰ কামনাত অধীৰ। কিন্তু হাজাৰ ত্বষ্মন্তক ব্যৰ্থতা দি শকুন্তলা বাণী বৰুৱাই নিজক জয়ী কৰি ৰাখিলে।

কিন্তু প্ৰশান্ত বৰুৱাই কিয় ইমান নিষ্ঠুৰ আঘাট দিলে এই বাণী জনীক ? যি বাণী বৰুৱাৰ প্ৰেম বিচাৰি হাজাৰ ব্যথিত হিয়াই গোপনে কান্দিলে....সেই বাণী বৰুৱাক নিৰ্ম্মম ভাবে প্ৰত্যাখ্যান কৰিলে প্ৰশান্ত বৰুৱাই।

প্ৰশান্ত আৰু মই আজি প্ৰায় দুবছৰেই একেলগে আছো। সৰু ভাড়া ঘৰ, একেটা কোঠাতেই আমি দুয়ো থাকো। দিনৰ দিনতো মই ব্যস্ত থাকো বাতৰি সংগ্ৰহত আৰু তেওঁৰ দিনবোৰ পাৰ হৈ যায় প্ৰাইভেট কলেজৰ নিৰ্দ্দিষ্ট ৰুটিনৰ মাজত, প্ৰশান্তৰ জীৱনৰ ইতিহাস মই বেছি ভালকৈ নাজানো। যিখিনি জানিছিলো, আজি জনাখিনিৰ পৰা বহুত কম।

প্ৰশান্ত আৰু বাণী বৰুৱাৰ কথাৰ মাজত ড্ৰপ পৰিল। কোনো দিনে নঘটা আৰু কাৎসিতো ভাবিব নোৱাৰা অৱস্থা এটাৰ সম্মুখীন হৈ ময়ো আজি চক্ খাই উঠিলো। অকল সেয়ে নহয়—এজনী অপৰিচিতাৰ ওচৰত নিজৰেই অস্বস্তি খিনি ধৰা পৰাত লাজো লাগিল।

মোৰ বিচনা খনত বহি আছিল বাণী! কোঠালিটোত থকা একমাত্ৰ বেতৰ চকী খনত বহি 'ন' বছৰীয়া বন্তি জনীয়ে কিতাপৰ ছবি চাই চাই তন্ময় হৈ আছিল। আনখন বিছনাত এজোৰ শ্লিপিং সাজ পিন্ধি প্ৰশান্তই অনৰ্গল কথা কৈ গৈছিল বাণীক। পৰিস্থিতিটোৰ পৰিবৰ্ত্তন কৰিবলৈ ভাল নালাগি একে কোবেই গৈ পাক ঘৰটো পালোগৈ।

কথা চলি থাকিল।

লুভীয়া মনটোক বাধা দিব নোৱাৰি মনে মনে গৈ বেৰখনৰ দাঁতিত ঠিয় হ'লোগৈ। এই অপৰিচিতা গাভৰুজনীৰ লগত ডেকা বন্ধু প্ৰশান্তৰ কি কথাবাৰ্ত্তা চলে ; চুবকৈ উনাৰ হেপাঁহ হ'ল।

"এইটোৱেই মোৰ পোন্ধৰ-বছৰীয়া জীৱনৰ ইতিহাস বাণী! মোৰ বিশ্বাস—এই মুহূৰ্ত্তৰ পৰা তুমি মোক মুক্তি দিবলৈ শিকিবা।"

নিৰ্ব্বাক-নিস্পন্দ হৈ প্ৰফেচাৰ প্ৰশান্ত বৰুৱাৰ চকুলৈ চাই বাণীজনী বহি থাকিল। চকুকেইটা, দেখিলো চলচলীয়া হৈ পৰিছে। জেপৰ পৰা টুকুৰা টুকুৰ চক্ কিছুমান উলিয়াই প্ৰশান্তই টেবুলখনত তেতিয়া কিবাকিবি অকাঁ-বকাত ব্যস্ত। নীৰব কোঠা এটাত, সন্ধিয়াৰ পাতল আন্ধাৰ বোৰৰ মাজত অবাক অচল হৈ তিনিটি প্ৰাণী বহি থাকিল। কাৰো মুখত মাত নাই। প্ৰশান্তই আকৌ আৰম্ভ কৰিলে, "আৰু তুমিতো জানাই বাণী! প্ৰথম বাৰৰ কাৰণে পুৰুষে যি নাৰীৰ ওঁঠত দুটা চুমা আঁকি দিছে সেই নাৰীৰ স্মৃতিক হাজাৰ সংঘাটেও তেওঁৰ অন্তৰৰ পৰা আতঁৰাই নিব নোৱাৰে। তোমাক হয়তো বিয়া কৰাব পাৰিম, কিন্তু বকুলীৰ স্মৃতিবোৰক জানো মই পাহৰি যাব পাৰিম? তোমাৰ জীৱনৰ ভৱিষ্যত শান্তি আৰু বকুলীৰ সবল আন্তৰিকতা খিনিলৈ লক্ষ্য ৰাখিয়েই আজি তোমাক এই নিষ্ঠুৰ সিদ্ধান্তটো জনালো বাণী—!"

"যি বোৰ কথা তুমি দুটা বছৰৰ আগতেই কোৱা উচিত আছিল। সেইবোৰ কথা ইমান পলমকৈ কোৱাৰ লাভ কি প্ৰশান্তদা? তোমাক কেন্দ্ৰ কৰিয়েই আজি দুটা বছৰে মোৰ জীৱনৰ পৰিধিত আহি আছো। তুমি জানো বুজা নাছিলা? কিয় তেন্তে তুমি অভিনয় কৰি থাকিলা? সেইখিনি সৎসাহস আজি দুটা বছৰৰ আগতেই তোমাৰ নহল কিয়?" অতিপাত খঙতেই যেন বাণীৰ চকুদুটা জিলিকি উঠিল। ফনা হেবোৱা সাপৰ দৰে প্ৰশান্তৰ কাষত ঠিয় হৈ তাই যেন দংশন কৰিবলৈ সাজু!

আকৌ বাণীয়েই আৰম্ভ কৰিলে, "মোৰ নিচিনা এজনী নিৰপৰাধী নাৰীক প্ৰৱঞ্চনা কৰিবলৈ তুমি কিয় অকনিও কুণ্ঠাবোধ নকৰিলা? ইউনিভাৰ্চিটিৰ উচ্চ ডিগ্ৰী তোমাৰ থাকিব পাৰে—জ্ঞানৰ পৰিধি তোমাৰ মোতকৈ বহুত বহল হব পাৰে, কিন্তু মানবীয় অনুভূতি তোমাৰ একবিন্দুও নাই প্ৰশান্তদা!"

প্ৰশান্তই এইবাৰ মাত লগালে—"তুমি অলপ বুজিবলৈ চেষ্টা কৰা বাণী!"

তাতকৈ বেছি কোৱাৰ সুবিধা প্ৰশান্তই নাপালে। বহি থকাৰ পৰা তাই উঠিল। গাৰ কাপোৰ কানিবোৰ ঠিক ঠাক কৰি লৈ আকৌ এবাৰ শেষবাৰৰ কাৰণে প্ৰশান্তৰ ওচৰত বাণী মাৰ্জ্জিতা হ'ল—"ক্ষমা কৰিবা প্ৰশান্তদা! তোমাৰ জীৱনৰ এই অনাহুতা ছোৱালীজনীৰ কথাবোৰ তুমি পাহৰি যাবা! মই যাওঁ....!"

বাণী ওলাই গ'ল। দীঘল পদূলীটোৰ দুবৰি গছকি সন্ধিয়াৰ পাতল আন্ধাৰৰ মাজেদি এটি ধুনীয়া নাৰী প্ৰশান্তৰ কোঠাৰ পৰা ওলাই গ'ল। দুৰ্ব্বলা নাৰী হৈয়ো বাণীয়ে যিমানবোৰ কথা প্ৰশান্তক কলে তাৰ এটাৰ উত্তৰো সি দিব নোৱাৰিলে। তাৰ পুৰুষ কণ্ঠ আজি বোধ হৈ গ'ল। জীৱনত এটি মুহূৰ্ত্তৰ কাৰণে হলেও বাণী বৰুৱাৰ নিস্বাৰ্থ ভালপোৱাখিনিক প্ৰশান্তই সুৰঁৰি চাব লগীয়া হ'ল।

প্ৰশান্তৰ সন্মুখত থকা আন্ধাৰৰ কলা শিখাবোৰক আঁতৰাই দি যেতিয়া মই তাৰ কাষ চাপিছিলো দেখিলো সি কান্দিছে। ডেৰ বছৰীয়া এই দীঘল কালটোৰ মাজত সৰবৰহী প্ৰশান্তৰ চকুত আজিয়েই মই প্ৰথম চকুলো দেখিলো।

বাণী বৰুৱা ওলাই যোৱাৰ তিনিঘণ্টাৰ পাছত মই প্ৰশান্তৰ কাষ চাপি সুধিলো সেই অভিমানিনীৰ কথা। বেজাৰৰ উপশম ঘটিছিল তেতিয়া। বাণী বৰুৱাৰ পৰিচয় পালো সহজতে, কিন্তু পোন্ধৰ বছৰীয়া জীৱনৰ ইতিহাসটো জনাবলৈ প্ৰথমতে প্ৰশান্তই কুণ্ঠাবোধ কৰিছিল। হাজাৰেই হওক মোৰ আগত প্ৰশান্তই বেছি সময় আত্মগোপন কৰি ৰাখিব নোৱাৰিলে। ত্ৰিশ বছৰীয়া প্ৰশান্তৰ মুখত পোন্ধৰ বছৰীয়া জীৱনৰ বায়গ্ৰাফী শুনি গ'লো।

"সাত বছৰৰ পাছত মই বেনাৰসৰ পৰা আহি ঘৰ পালোহি। উদ্দেশ্য যদিও উচ্চ শিক্ষা লোৱাই আছিল ঘৰ এৰি যোৱাৰ আচল কাৰণ কাৰো আগত মই ব্যক্ত কৰা নাছিলো।"

মেলখাই থকা দুৱাৰখন বন্ধ কৰিবলৈ প্ৰশান্ত উঠি গল। বাহিৰত খুব হিম পৰিছিল। পাতল জোনাক। "ছিঃ, সেই কথাবোৰ কবলৈ বৰ কিবা কিবা লাগে অনুজ্জল!"

মোৰ আগতো যদি তোমাৰ কথা পাতিবলৈ অস্বস্তি বোধ হয়....অন্তৰ খুলি কাৰ আগত পাতিবা? অলপ দাবীৰ সুৰত তাক বাধ্য কৰালো।

"বাৰু, আখৰে আখৰে মই মোৰ জীৱনৰ ইতিহাস তোমাক কৈ যাম, কিন্তু সাৱধান! আৰু যেন কোনেও নাজানে।"

ভয় নাই! কৈ যোৱা।

খুব নাটকীয় পৰিস্থিতি এটাৰ মাজত সেইদিনা বকুলী হঁতৰ ঘৰত সোমাই পৰিছিলো। সাতোটা দীঘল বছৰৰ পাছত। হাতত ধুনা-দানিটো লৈ ডাঠ কাগজ এখনেৰে বিচি বিচি বকুলী তেতিয়া বাহিৰৰ কোঠাটোলৈ ওলাই আহিছিল। দৃষ্টিত ধোৱাৰ মকৰাজাল। অপূৰ্ব্ব সুৰভি সনা গন্ধত গোটেই বায়ুৰ পৰিধিটো প্ৰফুল্লদায়ক হৈ পৰিছিল। পদূলী মুখৰ পৰাই মই কোঠাটোলৈ ভালকৈ লক্ষ্য কৰিলো।

আকৰ্ষণীয় আৰু মোহলগা বকুলীজনীৰ মুখলৈ যেন পশ্চিম আকাশৰ বক্তিম আভাবোৰ নামি আহিছিল। চোতালৰ দুৱৰি ডবা এৰি মই পিৰালিত ভৰি দিলো। খোজৰ শব্দত বকুলী চক্ খাই উঠিল। বিচনীখন ঘূৰাবলৈ বন্ধ কৰি দি বাওঁহাতেৰে ধুনাদানিটো অলপ আঁতৰাই থলে। ডাঠ হৈ উৰি যোৱা ধোৱাঁবোৰৰ সিটো আঁৰত অবাক অচল হৈ ঠিয় হৈ থাকিল তাই।

ধোঁৱা আঁতৰিল। প্ৰথম দৃষ্টিত বকুলীয়ে মোক চিনি নাপালে। হয়তো সুদীৰ্ঘ সাতোটা বছৰৰ পাছত মোৰ চেহেৰাৰ বহুত পৰিবৰ্তন হৈ গৈছিল।

আগবাঢ়ি আহি তাই মোক প্ৰশ্ন কৰিছিল—"কাক বিচাৰিছে—আপুনি কোন?"

পৰিচয় নহয়—স্মৃতিক বিচাৰি দিলো।

"অ প্ৰশান্তদা, ইমান দিনৰ মূৰত"—বুলি কৈয়েই তাই ভিতৰলৈ সোমাই গ'ল। সাতোটা বছৰৰ আগৰ দৰেই নিজেই মই বহি পৰিলো—এখন হেন্দোল ভগা চকীত। খুড়ীদেউ—মানে বকুলীৰ মাক ওলাই আহিল।

"প্ৰশান্ত, কেতিয়া পালাহিনো? আমালৈয়ো যে তোমাৰ মনত পৰিল।"

উত্তৰ দিয়াৰ ভাঁতবোৰ চোন হেৰাই গৈছিল। তথাপি মই ক'লো—মৰমৰ মানুহবোৰক পাহৰিব নোৱাৰি খুড়ীদেউ।

সৰু মূঢ়া এটা আনি তেখেতো মোৰ আগতেই বহি ল'লে। সাতোটা বছৰৰ বুৰঞ্জী ক'লে খুড়ীদেৱে। মই মোৰ জীৱনৰ বহুত অভিজ্ঞতাৰ কথা পাতিলো। বহু সময় আমি পাৰ কৰি দিলো কথাৰ মাজত।

"আমাৰ দুৰ্ভাগ্যৰ কথানো কি ক'বা প্ৰশান্ত?"

খুড়ীদেউৰ চকুকেইটা হঠাৎ চলচলীয়া হৈ পৰিল। চাদৰৰ আচলটোৱে চকু কেইটা মোহাৰি মোহাৰি ঠোকাঠুকি মাতেৰে খুড়ীদেৱে আকৌ আৰম্ভ কৰিলে—

ঢুকাবৰ সময়ত তেখেতে তোমাক খুব বিচাৰিছিল।

বুজি পালো—খুড়াদেউৰ কথাকে ইঙ্গিত কৰিছে। তাৰ ডেৰ বছৰ মান আগতে এদিন ভাইটোৰ এখন চিঠিত এই খবৰটো পাইছিলোঁ।

নানান চেষ্টা কৰিও খুড়ীদেৱে অবাধ লোটকবোৰক ৰোধ কৰিব নোৱাৰিলে। কান্দোনৰ মাত্ৰা বেছি হৈ যোৱাত এবাৰ তেখেতে নিজেই ভিতৰলৈ উঠি গ'ল।

দুচকু চল্‌চলীয়া লোটকেৰে সৈতে ওলাই আহিল বকুলী। মুখত অস্পষ্ট ভাষাৰ বুদ্‌বুদনি। চাৱনিত তাইৰ হাজাৰ কথাকোৱাৰ হেপাঁহ। কান্দি কান্দি ৰঙা হৈ যোৱা চকু দুটাৰ পৰা ধাৰাষাৰে তাইৰ লোটক পৰিছিল। কলিজাখন মোৰ কঁপা কঁপা যেন লাগিল। নিঃসহায় কাৰুণ্যভৰা বকুলী জনীৰ মুখলৈ চাই চাই তাইক সাৱটি ধৰিবৰ হেপাঁহ জাগিছিল।

"ইমান বিপদৰ সময়তো তুমি এবাৰ নাহিলা প্ৰশান্তদা—এখন চিঠিও তুমি নিদিলা! তোমাক যে দেউতাই ইমান বিচাৰিছিল!"

প্ৰথমবাৰৰ কাৰণে জীৱনত সেইদিনা বকুলীক মই ক্ষমা খুজিছিলো। নাজানো তাই মোক ক্ষমা কৰিব পাৰিলেনে নাই।

"সেই কুলক্ষণীয়া সন্ধিয়াটোৰ কথাবোৰ হয়তো পাহৰি যাব নোৱাৰিলা। আজিও জানো তুমি মোক সেই অপৰাধ খিনিৰ বাবে ক্ষমা কৰা নাই প্ৰশান্তদা!" কান্দি কান্দি বকুলীজনী বাউল হৈ পৰিছিল তেতিয়া।

প্ৰশান্ত অলপ থমকি ৰ'ল। কিবা এটা লুকুৱাৰ চেষ্টা যেন চকুৰে মুখে ফুটি উঠিছিল।

"কৈ যোৱানা প্ৰশান্ত, ৰ'লা কিয়?" সেই কুলক্ষণীয়া সন্ধিয়াটোৰ কথালৈ প্ৰশান্ত ঘূৰি গ'ল।

এতিয়া সেই সাতোটা বছৰৰ আগৰ জীৱনী শুনা অনুজ্জ্বল। অত্যন্ত অপমানত দগ্ধ হৈ সেইদিনা সন্ধিয়া বকুলীহঁতৰ ঘৰৰ পৰা ওলাই আহিছিলো। বকুলী তেতিয়া ৫ম কি ৬ষ্ঠ মান শ্ৰেণীত আছিল—মই দশম মানত। সকৰে পৰাই অতি ঘনিষ্ঠতাৰ বাবে বকুলীহঁতৰ পৰিয়ালটোৰ লগত খুব আপোন হৈ পৰিছিলো। সেইবাবেই বকুলীৰ মাক দেউতাকক খুড়াদেউ খুড়ীদেউ বুলিয়েই

সম্বোধন কৰিছিলো। ভুল মোৰ হোৱা নাছিল। যদি কাবোবাৰ গাত ভুল আছিল তেন্তে মোৰ জীৱনলৈ অহা যৌৱনৰ প্ৰথম পছোৱা চাতিৰ গাত। অনাগত ভাবে মই জীৱনৰ এনেকুৱা এটা সন্ধিক্ষণত থিয় হৈছিলো যে চাৰিওফালে চাই মই দেখিছিলো—শুইন। মই যেন অকলশৰীয়া। সকলো থাকিও যেন মোৰ কিবা এটা নাছিল—কিবা এটাৰ অভাৱ। মোৰ অন্তৰত তেতিয়া কিবা এটা নতুন ভাবৰ আলোড়ন উঠিছিল। যৌৱনৰ ছন্দ হেৰোৱা সুৰবোৰে যেন জীৱনৰ পথত আউল লগাই দিছিল।

সেই বয়সৰ এটা নীৰৱ সন্ধিয়া। নিৰ্জ্জন প্ৰহৰ, অকলশৰীয়া মুহূৰ্ত্ত এটাত সেইদিনা বুকুৰ ওপৰেদি এটা শিহৰণ বাগৰি গল। ঘূৰি চাই দেখো মোৰ কাষতেই ভীতস্পৃহা দৃষ্টিত থিয় হৈ আছে বকুলী। সদায় দেখি থকা বকুলী জনীক সেইদিনালৈ আকৌ এবাৰ নতুন যেন লাগিল। এইজনীতো তাহানিৰ বকুলী নহয়। অজস্ৰ দুষ্টামীভৰা—দৈনিক হাজাৰ বাৰ আমনি দিয়া—টোপনিত কানত পানীঢলা বুকুলীজনীৰ পৰা তাইক বেলেগ যেন লাগিল। সেই ভুলৰ সন্ধিয়াটোত তাই মোৰ চকুৰ পটাত ধোঁৱা হৈ ৰল। নতুন দৃষ্টিভঙ্গীৰে বকুলীয়ে মোৰ ফালে চাই আছিল।

আঠুৰ ওপৰতে থকা নীলা ফ্ৰকটোৰে সৈতে বকুলীজনীক সেইদিনা অনন্যা যেন লাগি গ'ল। দিনতো খুড়ীদেউৰ লগত ধাননি পথাৰত ধান দাই অহা তাইৰ গাল দুখনত আবেলী ৰ'দৰ ৰঙচুৱা আভাবোৰ জিলিকি আছিল তেতিয়াও। বদত শুকোৱা আৰু দিনতো ফণীৰ পৰশ নোপোৱা তাইৰ বাউলী চুলিবোৰ যেন উৰো উৰো কৰিছিল। তামোল খাই সেলেঙী বোওৱা বকুলীৰ ৰঙচুৱা ওঁঠ দুটালৈ সেইদিনা অজস্ৰ বাৰ চায়ো নতুন নতুন লাগিছিল। আকাশৰ বুকুৱেদি সন্ধিয়া নামিছিল—বাহিৰত হিমভৰা জোনাক। মোৰ মুখখনতো যেন বকুলীয়ে সেইদিনা কিবা এটা নতুন দেখিছিল। অবাক-অচল হৈ দুষ্টামী ভৰা চাৱনি এটাৰে তাই তন্ময় হৈ থিয় হৈ ৰ'ল। যৌৱনৰ বলীয়া বতাহৰ জিৰি জিৰি কঁপনিয়ে চুই গলেও বয়সৰ গতিত তাই আছিল মুমলীয়া। পুৰিপুষ্ট যুগোল বাহুদুটাত সাৰটি ধৰা দুষ্ট কামনাই সেইদিনা মোক আনমনা কৰি তুলিলে। ইমান দিনলৈকেতো বকুলীৰ বুকুখনৰ উলঙ্গ কামনা কৰা নাছিলো। সেইদিনা যে কি প্ৰেৰণাই বকুলীৰ নীলা ফ্ৰকটোক মোৰ দৃষ্টিৰ পৰা আতৰাই নিয়াৰ চেষ্টা কৰিছিল মই নাজানো। তাইৰ বুকুত উঠা বতাহৰ ঢ'উবোৰ লেখি লেখি মনৰ পটাত মই দেখা পাইছিলো এজনী উলঙ্গ বকুলী।

এবাৰ ভিতৰলৈ আৰু এবাৰ সুদীৰ্ঘ পদূলীটোলৈ চাই বকুলীক সেইদিনা প্ৰথমবাৰৰ কাৰণে বুকুৰ মাজলৈ জোৰ কৰি টানি আনিলো। অজান তৃপ্তিত মই অন্ধ হৈ পৰিলো। চাৰিওফালে মই দেখিছিলো অন্ধকাৰ। হাজাৰ চুমাৰ পৰশেৰে সেইদিনা বকুলীক বাউলী কৰি তুলিলো। তাইৰ বাহু কেইটাত অলপ জোৰ দিয়াৰ উমনি পাইছিলো। মুখখনেৰে কিবাকিবি কোৱাৰ বুদ্‌বুদনি মাত্ৰ শুনিছিলো। জোৰকৈ তাইক মোৰ কাষলৈ চপাই আনি বুকুৰ মাজত সাৰটি কামুধৰি ওঁঠ দুটাত বি ধৰিলো।

"এৰি দিয়া প্ৰশান্তদা" বুলি তাই চিঞৰি দিলে।

বৰঙা হৈ ঘামি জামি তাই মোৰ বুকুৰ পৰা নামি গ'ল। বাঘিনীৰ চকু কেইটাৰ দৰে ৰঙা কৰি তাই মোৰ চকুলৈ চাই কঁপি উঠিল। টপ্ টপকৈ বকুলীৰ দুচকুৰেদি অজস্ৰ লোটক বাগৰি আহিল। খঙেৰে তাই কৈ গ'ল "ছিঃ প্ৰশান্তদা! তুমি ইমান বেয়া ৰ'বা, মই মাক কৈ দিম" বুলি বকুলী ভিতৰলৈ সোমাই গ'ল।

প্ৰশান্তই এটা নিশ্বাস পেলালে—যেন এক অধ্যায় শেষ হৈ গৈছে। ইমানখিনি কথা কৈ শেষ কৰাৰ পাছত সি খন্তেকলৈ যেন জিৰণি ল'বৰ আশাৰে বৈ গ'ল। "এতিয়া আকৌ আগৰ কথালৈ ঘূৰি আহোঁ" বুলি প্ৰশান্তই আৰম্ভ কৰিলে।

বকুলীৰ ওচৰত সেইদিনা যি দুৰ্ব্বলতাৰ চিন দেখুওৱা হৈ গ'ল তাৰ বাবে আজীৱন পলৰীয়া হৈ ৰ'লো। ইতিমধ্যে প্ৰৱেশিকা পৰীক্ষাত পাছ কৰি গুছি গলো বেনাৰসলৈ। লবালি কালৰ স্মৃতিবোৰ থাকি গ'ল—গাওঁৰ হাবি বন—ধাননি ফুলনী আৰু বোকা পানীৰ মাজত। চকুৰ বাহুত নিশা সপোনৰ দাগ বৈ যোৱাৰ দৰে বকুলীৰ স্মৃতিবোৰো মনৰ পটাত এটি বিন্দু হৈ ৰ'ল। বকুলীয়ে মোলৈ চিঠি দিছিল—অপৈণত বয়সত কৰা সেই সন্ধিয়াৰ অভিমানখিনিক পাহৰি যাবলৈ তাই কাকুতি কৰিছিল। কেইবাখনো চিঠিৰ মাজত এই আজলী বকুলীজনীৰ মিনতি ভৰা দুচকুৰ নিৰপৰাধী লোটকবোৰ দেখা পাইছিলো। মই কিন্তু অচল হৈ ৰ'লো। আনকি খুড়াদেউৰ মৃত্যুৰ খবৰ পায়ো বকলীহঁতলৈ সমবেদনা জনোৱা নহ'ল।

সেইজনী বকুলীয়েই যেতিয়া দণ্ডায়মান দৃষ্টিৰে মোক দুৰণিৰ এটা অনুতপ্ত সন্ধিয়াৰ কথা সোঁৱৰাই দিলে তাইৰ ওপৰত আক্ৰোশ লৈ থাকিবৰ কদৰ্য্যতা মনলৈ আৰু নাহিল।

কাৰুণ্যভৰা মৰমৰ এটা চাৱনিত বকুলীৰ মুখখনত সেইদিনা পৃথিবীৰ সকলো শান্তিৰ প্ৰতিচ্ছবি দেখা পালো। তেতিয়াও তাই থিয় হৈ আছিল নিৰ্ব্বাক-নিষ্পন্দ ভাবে মোৰ মুখখনলৈ একেথৰে চাই

বহুত সময়ৰ মূৰত আকৌ খুড়ীদেউ আহি মোক ভিতৰলৈ মাতি নিলেহি। জুহালৰ ওচৰতে বহিবলৈ দি বকুলীক চাহ জলপানৰ ভাৰ দি তেখেত পাকঘৰত সোমাল।

জুহালৰ কাষত বহি থকা বকুলীজনীলৈ এবাৰ মূৰ তুলি চালো। সেউজভৰা চকুৰ বাহু কেইটাত যেন অজস্ৰ বাৰিধাৰা জমা হৈ আছে। অলপতেই যেন সেই পানীৰ ধাৰা নামি আহি পৃথিবীখন বুৰাই পেলাব। কান্দি কান্দি উখহি যোৱা ৰঙা চকু কেইটাত অযুত মিনতিৰ চিন। চাদৰৰ আগটো মোহাৰি মোহাৰি তাই নীৰৱ হৈ ৰ'ল। তুহঁবোৰ ঠেলি ঠেলি জুই কৰা বেছিকৈ বঢ়াই দি তাই অলপ মোৰ ফালে চাপি আহিল। ওঁঠ কেইটা বকুলীৰ কঁপি উঠিল। বহুত কিবাকিবি কোৱাৰ কল্পনাত যেন তাই অধীৰা হৈ পৰিছিল।

'প্ৰশান্তদা'—ঠোকাঠুকি মাত এটা দি আঠুৰ মাজলৈ মূৰটো সুমাই দি হুকহুক কৰে কান্দি দিলে।

মোক ক্ষমা কৰিবা প্ৰশান্তদা! তেতিয়াতো মোৰ অকনিয়েই জ্ঞান হোৱা নাছিল—

আৰু অলপ কাষলৈ তাই চাপি আহিছিল। আউলী-বাউলী হৈ বকুলীয়ে মোৰ লংপেণ্টৰ ইস্ত্ৰিথকা কাৰা ভাগটোত ধৰিধৰি কৈ গ'ল—

"কেইখন চিঠি তোমালৈ দিলো 'কিমান ক্ষমা বিচাৰিলো—তথাপি তুমি সেই দহবছৰীয়া বকুলীজনীক ক্ষমা কৰিব নোৱাৰিলা।"

কথাবোৰ কৈ যাওঁতে প্ৰশান্তৰ কান মূৰবোৰ ৰঙা পৰা দেখিলোঁ। কিছুসময় সি একেৰে তলকা মাৰি ৰ'ল। ভালেমান সময়ৰ পাছত চলচলীয়া চকুকেইটাৰে মোৰ ফালে চাই আকৌ কৈ গ'ল—

ধৈৰ্য্যৰ সীমা মই হেৰুৱাই পেলাইছিলোঁ। বকুলীৰ চুলিবোৰত আঙুলি ফুৰাই ফুৰাই তেতিয়া মই কৈছিলো অনুজ্জল - সেইবোৰ কথা পাহৰি পেলোৱা তুমি আজি মোক ঘূৰাই লোৱা আৰু ময়ো তোমাক আকৌ সাতোটা বছৰৰ পাছত পাইছো ।

খুড়ীদেৱে আকৌ সোৰঁৰাই দিছিল বকুলীক "চাহ দিলিনে প্ৰশান্তক ?"

বকুলী তেতিয়া উঠি গৈছিল ।

চাহখোৱা হলত এটা সৰু বতাত তামোল লৈ বকুলী আহি আকৌ মোৰ ওচৰত বহিল। তাইৰ ঠোঁটবোৰত দেখিলো অসীম অধীৰতা—দৃষ্টিত চঞ্চলা। কান্দি কান্দি ৰঙা পৰি যোৱা মুখ মণ্ডলত অজান ভাববোৰৰ খেলি মেলি ঢ'উ। বহুত কিবাকিবি কোৱাৰ কামনা আৰু মুখফালি এটা কথাও কব নোৱাৰাৰ যন্ত্ৰণাত তাই অধীৰা হৈ পৰিল। এবাৰ ভিতৰলৈ আৰু এবাৰ বাহিৰৰ অন্ধকাৰ বোৰলৈ চাই তাই মোৰ ওচৰলৈ একেবাৰে কাষলৈ গুছি আহিল। সৰ্ব্বশৰীৰ মোৰ কঁপি উঠিল। বিজুলী সোঁতৰ দৰে প্ৰখৰ গতিত মন উপকূলেদি এটা শিহঁৰণ বাগৰি গ'ল। সাতোটা বছৰৰ আগতে এদিন এই বকুলীক ইমান ওচৰতে পাই বুকুৰ মাজলৈ জোৰ কৰি টানি আনিছিলোঁ। সেইদিনা মোৰ জীৱনৰ বলুকাত বকুলীক অনন্যা বুলি স্থাপন কৰি লৈছিলো। আৰু সেইদিনা ? সেই একেজনী বকুলীয়েই এবুকু যৌৱন লৈ মোৰ কাষত বহি আছিল। সাত বছৰৰ আগৰ সেই উন্মত্ত সম্বন্ধটোক হয়তো বকুলীয়েই এদিন হত্যা কৰি পেলাইছিল। বকুলীৰ চকুজোৰত হাজাৰ মিনতিৰ শিখা জ্বলি উঠিছিল। এটা আঙুলিও সেইদিনা বকুলীৰ ফালে আগবঢ়াই নিবৰ প্ৰেৰণা মই নাপালো। নিৰ্ব্বাক নিষ্পন্দ হৈ ভেড়াৰদৰে মাথো অচল হৈ চাই আছিলো বকুলীৰ মুখখনলৈ।

'বকুলী' বুলি তেতিয়া মাত লগাই দিছিলো—বতাটোৰ পৰা এখন তামোল লৈ তাই মোৰ হাতত তুলি দিলে। নাটকীয় পৰিস্থিতি এটাৰ সৃষ্টি কৰি তাই মোৰ ভৰি কেইটাত সাৱটি ধৰি হুকহুককৈ কান্দিবলৈ ধৰিলে "ক্ষমা কৰিবা প্ৰশান্তদা !"

সেইদিনা বকুলী নিজে নিজেই আহি মোৰ কোলাত মূৰ গুঁজুৰাই দিলেহি। ক'ব নোৱাৰো কোন মুহূৰ্তত কেনেকৈ তাই মোক দুইখন হাতেৰে ইমান কাষলৈ চপাই নিলে। জোৰেৰে তাইৰ

ওঁঠ দুটাৰ কাষলৈ টানি নি অমৃত চুমাৰ পৰশেৰে মোক অন্ধ কৰি দিলে। তাইৰ বুকুখন মোৰ বুকুখনৰ লগত মিলি গ'ল। শ্বাস নিশ্বাসৰ কন কন কঁপনি বোৰৰ মাজত বকুলীৰ বুকুৰ বেদনা মিশ্ৰিত সাত বছৰৰ কাহিনীবোৰ শুনিবলৈ পালো। অমৃত চুমাৰ বিনিময়ত আমি দুয়োটাই কোঠালিটোৰ পোহৰ থিনিৰ কথা পাহৰি গলো। মোৰ চকুকেইটালৈ চাই এবাৰ মাথো তাই মোক এটা প্ৰশ্ন সুধিছিল—

'মোক তুমি বিয়া কৰাবা—প্ৰশান্তদা ?'

উত্তৰত মাথোন তাইক মই বুকুৰ কাষলৈ জোৰকৈ টানি আনি অমৃত চুমাৰ আলেখ্য আঁকি দিলো।

এয়ে মোৰ পোন্ধৰ বছৰীয়া জীৱনৰ ইতিহাস অনুজ্জ্বল। ইয়াৰেই দ্বিতীয় অধ্যায়ত আহি পৰিছিল বাণী বৰুৱা। গাঁৱৰ পৰা যেতিয়া চহৰলৈ গুছি আহিছিলো কালৰ বলীয়া সোঁতটাত বকুলীৰ স্মৃতিবোৰো উটি গৈছিল বহুত দূৰলৈ। সুদীৰ্ঘ আৰু আঠোটা বছৰৰ পাছত বকুলীৰ স্মৃতিবোৰ হঠাতেই আজি মোৰ মনলৈ আহি মোক আনমনা কৰি তুলিলে। বাণী বৰুৱাক প্ৰত্যাখ্যান কৰাতো যদি মোৰ পাপ বুলি ভাব বকুলীৰ স্মৃতিবোৰক বিসৰ্জ্জন দিয়াতো মোৰ মহাপাপ হ'ব। বকুলীক বিচাৰি মই আকৌ গুছি যাম,—গাৱঁলৈ অনুজ্জ্বল! যি নাৰী হৃদয়ৰ প্ৰথম এটি অনুকম্পাই মোক ন যৌৱনৰ প্ৰথম স্ফুলিঙ্গ যোগাইছিল সেই নাৰীহৃদয়ৰ মৰ্য্যাদা মই ৰাখিবই লাগিব।

প্ৰশান্তই বাগৰ সলাই মোৰ ফালে পিঠি দি বিচনাত বাগৰি পৰিল। লেপখন মূৰলৈকে টানি লৈ এটা নিশ্বাস এৰি দি লেম্প্‌টো নুমাই দিলে। ট্ৰেজাৰীৰ কাঁহৰ ঘণ্টাত তেতিয়া 'বাৰ' বজাৰ শব্দ হৈছিল।

---

# পৰিচয়

শ্ৰীমনোৰম বৰুৱা ( প্ৰথম বাৰ্ষিক ঃ কলা )

মৰণাৰ পৰা মনবৰে কেতিয়াবাই পদুমীক সঁকিয়াই থলে—মৰণাটো মাৰিবৰ হল বুলি। পদুমী কিন্তু ওলাই নাহিল। কিবা এটা কৰিছে বুলি মনবৰে মনটো পাতলাই থলে। গৰুহালক উৎসাহ দি সি এবাৰ ছুৱাৰ খনৰ ফালে চালে। সি যেন পদুমীক ঠিক ছুৱাৰ খন ঠেলি ওলাই অহা দৃশ্যটো চাবলৈ বৈ আছে। হঠাতে ন-ধানৰ এটা স্নিগ্ধ গোন্ধ তাৰ নাকত লাগেহি। সি অনুভৱ কৰা ন ধানৰ গোন্ধটো কিমান কোমল, কিমান মিঠা। শাওনৰ বোকা মছি—এই ন-ধানৰ গোন্ধ সি কেনেকৈ পাইছে সেই সাধু সি জানে, আৰু পদুমীয়ে জানে। ওপৰলৈ চালে—জোনটো আগতকৈ বেছি উজ্জ্বল হৈ আহিছে। সৰু সৰু তৰাবোৰৰে সি জোনাক ৰাতি চাবলৈ ভাল নাপায়। এতিয়া সেই বোৰ ম্লান পৰি গৈছে। পিছত হয়তো জোনটোও কোনোবা দূৰ দিগন্তত ম্লান পৰি যাব। এৰা তাৰ কথা বোৰ। এতিয়া ভাবিলে তাৰ লাজ লাগে। কিয় জানো অতীতৰ সকলো কথাই সি আধা ভৰাকৈ থৈ দিয়ে। সম্পূৰ্ণকৈ ভাবিলে যে তাৰ কাইলৈ সোঁৱৰিবলৈ কথাই নাই। জীৱনত যদি সোঁৱৰিব লগা কোনো কথাই নাই তেন্তে তুমি কেনেকৈ জীয়াই থাকিবা ? যদি জোনাক দেখা নাই তেন্তে জীৱনৰ শুভ্ৰতাখিনি কেনেকৈ উপলব্ধি কৰিবা ? মৰণাটো তেতিয়াও মাৰিবৰ হোৱা নাই। সি জানে পদুমীক সঁকিয়াই নথলে ঠিক সময়ত নাহে। পদুমীৰ বহুত কথাই জানে সি।

"ককাইটি সেইটো কিহৰ মৰণা মাৰিলি ?" বাটৰ মুখৰ পৰা সেইয়া কলিয়াই তাক সুধিছে। তাৰ লাজ লাগিল। গৰুটোৰ পিঠিতো চাই চাই সি কলে ন-ধানৰ ! ইমানেই কৈ সি তলমূৰ কৰিলে। কলিয়াক যে সি চাবনোৱাৰা হ'ল। কলিয়াৰ চকুত যেন কিবা মায়াঁজাল আছে। কলিয়াৰ মুখেদি যেন জুইবোৰ ওলাই আহিছে। কলিয়াৰ ওপৰত সি এদিন অবিচাৰ কৰিছিল। পদুমীৰ ওপৰত—পদুমীৰ স্নেহৰ ওপৰত এদিন সি অত্যাচাৰ কৰিছিল। আজি যেন কলিয়া তাৰ বাবে এটা ভাঙ্গি যোৱা সাথঁৰ। কলিয়াইও থৰ হৈ বৈ মনবৰৰ অবস্থাটো বুজিবলৈ যত্ন কৰিছিল। সি ভাবিছিল—মনবৰে খঙত তেনেকৈ কৈছেনে নাই বেজাৰত। কলিয়াই এবাৰ আগৰ মনবৰৰ চৰিত্ৰটো ভাবি চালে। ঘটনাটো নঘটাৰ আগেয়ে কিহৰ মৰণা মাৰিছ বুলি সোধা হলে হয়তো মনবৰে ক'লেহেঁতেন—এৰা নকৰি অ' ৰাইজেও ন-খাওঁ ন খাওঁ কৰিছে। আমাৰো পূৰ্ণিমাৰ ভিতৰতে ন' বুলি এ মুঠি ধৰা হক ইত্যাদি ইত্যাদি। কিন্তু আজি ?

মনবৰে ইমান সময় আধা সৰা মুঠি এটা লৈ ধান বোৰ এটা এটাকৈ চিডি ভাবিবলৈ ধৰিলে। কলিয়াটো বাৰু কি ? এবাৰ সি কলিয়ালৈ চালে। বেচেৰা একেবাৰে ভাঙ্গি পৰিছে। চকু দুটা আজি তাৰ বেছি সোমাই গৈছে। ডাড়ী বোৰ বেছি গজি গৈছে। কলিয়াক এবাৰ সি ক'ব—বৰ দুখেৰে ক'ব তাৰ হৈ যোৱা ভুলটোৰ কথা নাভাবিবলৈ। কলিয়াক সি আৰু বহুত কথা ক'ব। ইতিমধ্যে কলিয়াই এখোজ দুখোজ কৈ মনবৰৰ ওচৰ চাপি এবাৰ মনবৰলৈ চালে। মনবৰে তাক খঙ কৰা নাইতো ?

"যা ভিতৰলৈকে যা নবৌয়েৰ আছে। চাহপানী এটোপাকে খাই আহ" মনবৰে আগৰ কথা কিয় মুলিয়ালে কলিয়াই বুজিলে। পুৰা এমাহৰ পিছত আজি কলিয়া সিহঁতৰ ওচৰলৈ ঘূৰি আহিছে। বহুত দিনৰ মূৰত দুটা আঁওসীৰ পাছত আজি কলিয়াক মনবৰে দেখিছে। মনবৰৰ দুখ বেছিকৈয়ে লাগিল। অনবৰত কথা পাতি থকা কলিয়া মৌন হৈ থকাৰ বাবে। কলিয়াই ইমান সময়ে বোধ হয় চাহ পানীৰ বাটি হাতত লব পায়। মনবৰে এবাৰ তাৰ নিজৰ কথা ভাবিবলৈ ধৰিলে। ক'ৰ মানুহ সি, ক'ত আহি আছেহি। আৰু কলিয়া। তাৰ প্ৰতি যেন সি অবিচাৰ কৰিছে। এইয়া কলিয়াৰ প্ৰতি যেন একো দৰদ দেখুৱা হোৱা নাই। কলিয়াক সি বহুত কথাই ক'ব।

মনবৰৰ এই কথাষাৰত কলিয়া আচৰিত নহল। কলিয়াই এই কথাষাৰকে বিচাৰি আহিছিল। সি মনবৰক জানে। সাগৰৰ দৰে শান্ত—কিন্তু গম্ভীৰ। এই কথাষাৰ এমাহ আগতে কলিয়াই তাৰ ঘৰতে শুনিম বুলি আশা কৰি আছিল। মনবৰৰো কলিয়াৰ ওচৰলৈ যোৱাৰ ইচ্ছা খুবেই আছিল। কিন্তু তাক বাধা দিলে—ভুলটোৰ ক্ষমা নোহোৱাৰ বাবে।

পদুমীয়ে ভাতৰ পানী কাঢ়িছিল। কলিয়া সোমাই আহিল। কলিয়া দুৱাৰ মুখতে থিয় দি থাকিল। তাৰ মাতিবলৈ শঙ্কা হোৱা নাছিল—তাৰ খুব লাজ লাগিছিল। কিয় জানো কলিয়াই নবৌৰ ওচৰত খুব লাজ কৰে। গাৱঁৰ কত ছোৱালী আছে। নবৌতকৈ ডাঙৰ ছোৱালীও কলিয়াই দেখিছে। সিহঁতৰ ওচৰততো কলিয়াই লাজ কোনো দিন কৰা নাই। নবৌৰ ওচৰত সামান্য দোষ এটা কৰিলেও কলিয়াৰ ভয় হয় জানোছা নবৌয়ে তাক টান কথা ক'ব। কলিয়াই মনবৰ আৰু পদুমীৰ পৰা টান কথা শুনিবলৈ ৰাজি নহয়। ইতিমধ্যে পদুমী চাহ কৰাত ব্যস্ত হ'ল। কলিয়া থিয় দি থাকিল। আজি যেন তাৰ প্ৰতি সকলো বিলাক ব্যস্ত হৈ পৰিছে। কলিয়াই বিচনা খন চালে। তাত কোনো নাই। এবাৰ পদুমীলৈ চালে-পদুমীয়ে যেন কিবা এটা অবুজ ভাষাত তাক কথাবোৰ কৈ আছে। সি যেন বুজিব পৰা নাই। এই এমাহ কাল পদুমী আৰু মনবৰৰ সংসাৰ খনত যেন বহুত কিবা কিবি হৈ গ'ল। পদুমীয়ে কান্দিলে। কলিয়া ইমান দিন নহাৰ বাবে। কলিয়াইতো ইচ্ছা কৰি নাহি থকা নাই। তাৰ বিষটোৱেহে তাক বাৰুকৈয়ে আহুকাল দিলে। পদুমীয়ে উচুপিয়েই কোৱা সি শুনিলে—কলিয়া তই আহিবি আহিবি বুলি সদায় বাট চালোঁ। তই

মোৰ বুকুৰ সোণ নাই ক' মই কেনেকৈ থাকো—? কলিয়াই মুখেৰে একো নামাতিলে। মাতিলে লাভ নাই। পদুমীয়ে সান্ত্বনা বুজি নাপায়। এইবাৰ পদুমী ৰ'ল। লাহে লাহে ক'লে বুজিছ কলিয়া, মোৰ তেজ মাংসৰে গঢ়া 'সোণ' মৰি গৈছে, মইতো বলীয়া হোৱা নাই। মইতো কন্দা নাই। কিন্তু তই মোৰ মৰমৰ—অতি মৰমৰ তয়ো জীয়াই থাকি কিয় মৰি গৈছ? এইবাৰ কিন্তু কলিয়াই চকুপানী টুকিলে। তাৰ সুপ্ত হিয়াৰ গুপ্ত কোনত মৰমৰ আঘাট পৰিল। সি কান্দি কান্দিয়েই চাহপানীৰ বাটিটো তুলি ললে। মৰণাৰ পৰা মনবৰে কোৱা শুনিলে—"হয়নে কলিয়া" [ মনবৰে গৰুৰ ভৰিত লগা পাকটো খুলিবলৈ যত্ন কৰিলে। ] কলিয়াই ভাবিলে মনবৰে হৈ যোৱা ঘটনাটোৰ বাবে তাক ক্ষমা খুজিব। কঁকালৰ বিষটোৱেই বা কিমান ভাল হৈছে ইত্যাদি। কথা বোৰ সুধি তাৰ প্ৰতি সি দৰদ দেখুৱাব। সিটো কাহানিবাই তাক ক্ষমা কৰিছে। কলিয়াই তাৰ কথা শুনিবলৈ ৰৈ থাকিল। ইতিমধ্যে সিও পাকটো খুলি কবলৈ ধৰিলে—এইবাৰ চৰকাৰে বোলে খাজনা কিছু ৰেহাই দিব? কলিয়াক এইবাৰ কথা সোধাৰ কোনো মূল্য নাই। যিটো মানুহে টকা দহোটা খৰছি মাৰি লিখিব নোৱাৰে [ছুৱাণী, সিকি, আধলী আদিৰ সৈতে] যিটো মানুহে কি ভাওনা হব তাক নাজানে, সেইটো মানুহে খাজনাৰ কথা কিয় জানিব? মনবৰে কলিয়াৰ লগত এনে কথা নপতা হল সেই দিনাৰ পৰা। অৱশ্যে মাজে মাজে মনবৰে দুই চাৰিটা কথা তাক কয়। সেইদিনা তাক কমতো লাজত পেলালেনে? মহাভাৰতৰ বিষয় লৈ সিহঁত দুটাৰ মাজত আলোচনা হৈছিল। ধৃতৰাষ্ট্ৰ কনা নে পাণ্ডু কনা। মনবৰে তাক পাণ্ডু কনা বুলিয়েই মহাভাৰতৰ আখ্যান এটা কৈ গ'ল। পিচ দিনা নামঘৰত আখৰা হওতে কলিয়াই কথাটো উলিয়ালে। কলিয়াৰ এটা দস্তুৰ [ এৰা এইতো দস্তুৰ বুলিয়েই কব লাগিব ] আছিল সেইটো হৈছে—মনবৰে যি কথাই কওক বিনা প্ৰতিবাদে মানি লোৱা। মনবৰৰ কথা সি খুব মানে আৰু মনবৰে কোৱা কথাত সি ভুল নেদেখে। আখৰাত দুই পক্ষ হল। এপক্ষই বায়নক সমৰ্থন কৰিলে আন পক্ষই কলিয়াক সমৰ্থন কৰি তৰ্কাতৰ্কি চলালে। সিহঁতে ইয়াৰ সমাধান কৰিব নোৱাৰিলে পাছে জানিবা বস্ত্ৰ বাপুৱে মহাভাৰতৰ এক আধ্যা পঢ়ি শুনালে। তেতিয়াহে সিহঁতে আচল কথাটো গম পালে। কলিয়াৰ পক্ষ লোৱা ডেকা লৰা কেইটাই যেতিয়া কলিয়াক সুধিলে তোক কোনে কৈছিল। কলিয়াই মনবৰৰ কথাকে কলে। পাছদিনা সিহঁতে পথাৰত উঁকিয়াই উঁকিয়াই মনবৰক ঠাট্টা কৰিলে। সিদিনাৰে পৰা মনবৰ সীমাবদ্ধ হল। কলিয়াক কথা ভাবি চিন্তিহে কোৱা হ'ল। আজি খাজনাৰ কথাষাৰ সোধাৰ বেলেগ অৰ্থ কলিয়াই বিচাৰি পালে। কলিয়াই আকাশলৈ চালে! কুৱঁলীয়ে জোনটোক আৱৰিব পৰা নাই। জোনটোৰ পোহৰ বিলাক কুৱঁলীৰ মাজেদি সৰকি আহিছে! তাৰ মনত পৰিল। পদুমীয়ে পথাৰত কেনেকৈ তাক চিঞৰি মাতে টেঙা খাবলৈ, চাহপানী খাবলৈ। কলিয়াৰ মনত বেজাৰ লাগিল। বহুদিনৰ পাছত সি আহিছে মনবৰৰ লৰাটো মৰাৰ কথা সি গম পায়। তাৰ মনত বেজাৰ লাগিছিল। কিন্তু তাৰ ককালৰ বিষটোহে খাই দিলে। চাহ খাই কলিয়া গলগৈ। মৰণা সৰিল।

বিচনাত মনবৰৰ মনত এমাহ আগতে ঘটি যোৱা ঘটনাটোৰ কথা মনত পৰিল। কলিয়া আৰু পদুমীৰ মাজত থকা ঠাই কনৰ কথা সি ভাবিবলৈ ধৰিলে। পদুমীলৈ কলিয়াৰ কেনে শ্ৰদ্ধা, কলিয়াৰ প্ৰতি পদুমীৰ কেনে মোহ? আৰু ছুয়োটাৰ প্ৰতি তাৰ অবিচাৰ! এইয়েটো! ইয়াত সি নিঃচিহ্ন হৈ গৈছে। সি ঈশ্বৰৰ ওচৰত কি কৈফিয়ৎ দিব বাৰু? সি সেই তাহানিৰ অৰণ্য-মানৰলৈ বদলি হৈ গৈছে। আৰু তাৰ লৰাটো? সি বাৰু এমাহ জীয়াই থাকিবলৈ, এমাহ সিহঁতৰ বুকুৰ মাজলৈ কিয় আহিছিল, সি নহাহেঁতেনো হল হেঁতেন! লৰাটোৰ কাৰণে তাৰ বেজাৰ লগা নাই। কলিয়াই সেই ঠাই আজি পূৰাবলৈ দৌৰি আহিছে। সি আজি তাৰ বুকুৰ উমেৰে মৰম একেলুৱা কলিয়াক জীয়াই ৰাখিব। কলিয়াক বান্ধি ৰাখিব। কলিয়া আজিৰ পৰা তাৰ—ল'ৰা। পদুমীৰ ল'ৰা।

ঘটি যোৱা ঘটনাটো সি এবাৰ জুকিয়াই চালে। কলিয়া আৰু পদুমী। ছুয়োটাৰ প্ৰতি ছুয়োটাৰ এটা আকৰ্ষণ। এই আকৰ্ষণ কিহৰ আকৰ্ষণ তাক মনবৰে নাজানে। কিন্তু সিদিনা মালিৰামে যেতিয়া তাক বাটত পাই সুধিলে—হেৰ এই পদুমী আৰু কলিয়াৰ এই খন কি অ'? "এই খন" মানে সি বুজি পালে। ছুয়োটা তাৰ মৰমৰ। মালিৰামো তাৰ বিশ্বাসৰ মানুহ। অৰণ্যে মালিৰামে ছুই চাৰিটা লোকৰ কথা লগোৱা-ভগোৱা সি শুনিছে। এই ক্ষেত্ৰত সি কেনেকৈ মালিৰামক মানি নলব? দোষ দেখিলে শত্ৰুয়েও তোমাক দেখুৱাই দিব। মনবৰে কেনেকৈ বাৰু কলিয়াক টান কথা শুনাব। সি যে কিমান আঘাট পাব। কথাটোৰ শেষ কিহত হ'ব মনবৰে বুজিলে। এদিন পদুমী আৰু কলিয়াৰ মাজত থকা আচল কথা ওলাই পৰিব। আৰু তাক বাইজে বাদ দি থ'ব! বাদ দিয়া কথাটো ভাবি এবাৰ মনবৰৰ গাটো শিহঁৰি উঠিল। সি কেনেকৈ বাৰু থাকিব? দহখন গাওঁ একেলগে ভাওনা পাতিব, একেলগে সবাহ পাতিব আৰু সি? নাই নাই সি কলিয়াক তাৰ ঘৰ যেনে তেনে এৰুৱাব লাগিব। মালিৰামে সঁকিয়াই দিয়াৰ এদিনৰ আগৰ কথা এটা মনত পৰি তাৰ মনত ঘৃণা জন্মিল। এদিন মনবৰ পদুমীৰ ঘৰলৈ যাব লগা হ'ল। মনবৰ তাত থকাৰ কথা নাছিল যদিও অহাত পলম হ'লে কলিয়াই সিহঁতৰ ঘৰত থাকিব বুলি সি দিহা দি গৈছিল। মনবৰ নাহিল। কলিয়াই ভাত খাই উঠি খবৰ ললে মনবৰ নাহিল। সি থকাতো থিৰ হল। কলিয়াই গোটেই নিশা জুহালতে বহি বহি কটাই দিলে। ৰাতি এবাৰ পদুমীয়ে সাৰ পাই তাক শুবলৈ কৈছিল! কিন্তু সি নুশুলে। পদুমীয়ে কৈছিল। "মোৰ লগত শুবলৈ বেয়া পালে মই জুহালতে বহোঁ তই অকলে শো হি।" তাতো কলিয়া মান্তি নহল। তাই আকৌ এবাৰ ক'লে টোপনি খতি হলে কাইলৈ হাল বাবি কেনেকৈ?" ইয়াতো কলিয়া মান্তি নহল। চাদা চুৰট এটা পকাই পকাই সি বহি থাকিল। পাছ দিনা কলিয়া পথাৰলৈ বেলিকৈ গ'ল। যেতিয়া কলিয়া মনবৰৰ ওচৰ চাপিলে, মনবৰে তাক বেলিকৈ যোৱাৰ কথা সুধিলে, সি একো নামাতি আন কথা পাতি তাৰ মাটিলৈ গৰু হাল খেদি আগবাঢ়িল। মনবৰে ভাবিলে পদুমীয়েও গাটো বেয়া লাগিছে বুলি কৈছে—আৰু কলিয়া?

গধূলি ৰাস্তাত মালিৰামে মনবৰক তাৰ ভৱিষ্যত ঘটনাৰ প্ৰতি সঁকিয়াই দিলে। মালিৰামৰ কথা মনবৰৰ মনত বদ্ধ মূল হল। মালিৰামে ঠিকেই কৈছে। 'এইখন' কি ?

দোধোৰ-মোধোৰ মনেৰেই সি দিনটো কটালে। কিমান কোৰ মাৰিছে এবাৰ পাছলৈ ঘূৰি চোৱা তাৰ এটা অভ্যাস! সেই অভ্যাসো সি আজি হেকৰাই পেলাইছে। আঁতৰত কোৰ মাৰি থকা সাগৰকাইক চুৰট খাবলৈ সি সদায় দিনটোত এবাৰ মাতে। আজি সি সাগৰ কাইক মাতিবলৈ পাহৰি পেলাইছে। আজি সাগৰকাই তাৰ বাবে মানুহ নহয়। আন কিবা এটা! পদূমীৰ ওপৰত সি আজি বিশ্বাস হেৰুৱাই পেলাইছে। কলিয়াৰ প্ৰতি তাৰ পশু স্বভাৱটো জাগি উঠিছে। সি কোৰ মাৰি থকা মাটিডৰা, সি থিয় হৈ থকা পৃথিবীখন যেন তাৰ ভৰিৰ তলৰ পৰা আঁতৰি গৈছে। সি আজি কাকো বিশ্বাস কৰিব নোৱাৰে। তাৰ অসহায় অসহায় যেন লাগিল। মাটিবোৰ বৰ কোমল সি অনুভৱ কৰিলে। কোমল বোকাৰ পৰা অহা উটকৎ গোন্ধ এটাৰ ঘ্ৰাণ সি পালে। এছাটি বতাহে তাৰ তেল নথঁহা চুলিবিলাক আঁতৰাই দিলে। তাৰ মনত পৰিল পদূমীৰ কথা। পদূমীয়ে কিয় বাৰু তাক বিশ্বাসঘাটকতা কৰিলে। কিয় বাৰু তাক পদূমীয়ে ভুল বুজিলে? ইয়াৰ উত্তৰ দিগন্তত উৰি যোৱা পাখী ভগা কপৌবোৰে তাক দিব নোৱাৰে। শান্তি কপৌৰ ডেউকা ভগা দেশত সি কিহৰ কল্পনা কৰিব বাৰু? ক্লান্ত মনবৰে বিচাৰিছিল এক নীড়। যত অশ্ৰান্ত মনে শ্ৰান্তৰ কণিকাৰ প্ৰলেপ সানিবলৈ প্ৰয়াস পাব। যত থাকিব অনাবিল প্ৰেম। সেই ঠাইটো যে ধূমকেতুৰ আবিৰ্ভাব হৈছে। বেয়া লাগে তাৰ জীৱনটোৰ কথা ভাবি। সি ক'তোয়েই অকনো শান্তি নাপাবনে বাৰু। প্ৰথমে ভাবিছিল ধানমুঠিৰ কথা। এহাল তেজাল গৰুৰ কথা। এডৰা পলসুৱা কোমল উৰ্ব্বৰ মাটিৰ কথা। য'ত থোকা থোকে সোণ লগাৰ স্বপ্ন সি দেখিছিল। সেইবোৰৰ ওপৰিও সি আৰু এটা বস্তু বিছাৰিব লগাত পৰিল। সেইটো হৈছে তাৰ চিৰ লগৰী। তাকো সি পাইছিল। তাৰ পৰা যেন সি কক্ষ্যচ্যুত ধূমকেতুৰ দৰে খহি পৰিল। এখন প্ৰেমহীন পৃথিবীত য'ত বিশ্বাসৰ মূল্য যমুনাৰ এটা দুৰ্ব্বল জোৰাঁৰ! ৰাতিটো সি শুব নোৱাৰিলে। বেয়া বেয়া সপোনবোৰ লাগবান্ধ নোহোৱাকৈ সি দেখি যাবলৈ ধৰিলে। টোপনিও তাৰ চকুৰ পৰা আতঁৰি গৈছে। নিচেই কাষত শুই থকা পদূমীয়ে মনবোৰৰ এই কথা বিলাক গম নাপাই যদিও পদূমীয়ে মনবৰক তাহানি শুনা সাধুকথাৰ কোনোবা ভূত যেন লাগিছিল। যেন মনবৰৰ ৰূপ ধৰি তাইৰ ওচৰলৈ আহিছে। তাই আজি মনবৰক আচল মনবৰ নহয় বুলি ভুল কৰিছিল। কোনোবা সাধুত পোৱা দৈত্য হে। তাক আজি তাই বহুত বেলেগ দেখিছে। আগেয়ে বিচনাত শুলে মনবৰে কোন দোখৰ মাটিত বোকা দিব, কত হাল বাব, কোন কনত জহা দিব ইত্যাদি খেতিৰ কথা তাইৰ লগত আলোচনা কৰে। আৰু আজি? শেষ ৰাতি মনবৰে দূৰণিৰ পৰা কুকুৰাৰ ডাক শুনিলে। তাৰ চকু দুটা টোপনিয়ে হেঁচি ধৰিলে। কিন্তু সি শুব নোৱাৰিলে। বাহিৰত সেয়া কোনোবাই ফুচফুচাই কথা পাতি আছে। সি এবাৰ

অলস হৈ শুই থকা পদুমীৰ গাৰ ওপৰত হাত খন বুলালে। পদুমী শুই আছে। বাহিৰত সেয়া কোন? নাই তাৰ মনটোহে বেয়া হল। সি নিজে নিজে ভাবিলে। তাৰ অস্থিৰ খহটা টান হাত খন পদুমীৰ কোনো এঠাইত স্থিৰ হৈ বল। হাত মন শিথিল হৈ আহিল। তাৰ পাছত—লাহে লাহে পোহৰ হৈ আহিল। মচ্‌জিদৰ পৰা ভাঁহি অহা পুৱতী নিশাৰ আজান তাৰ কানত পৰিল। এতিয়া মানে কলিয়া পথাৰ পালেগৈ সি ভাবিলে।

পাছ দিনা মনবৰে পদুমীক মুখ দেখুৱাবলৈ লাজ কৰিছিল। বাহিৰে বাহিৰে সি কাম কৰি ফুৰিছিল যদিও সিহে পদুমীক বেৰৰ কামিটো ধৰিবলৈ কলে! বেৰখন খহি পৰিলহেঁতেন কামিটো সি ঠিক সময়তেই লগাইছে বুলি দুয়োটাই ভাবিলে। কলিয়া দুদিন অহা নাই। দুদিন অহা নাই মানে ঘৰত নাই। কিয় অহা নাই সেই কথাৰ বিচাৰ আজি মনবৰে নল'লে। এইবাৰ মনবৰৰ মনত নতুন প্ৰশ্ন জাগিল। এবাৰ সি মনতে ভাবিব লগীয়া হল। কিয় কলিয়া নাই? ইয়াৰ ভিতৰত একো নাইতো? তাৰ মনত পৰিল গাৱঁৰ মানুহে পথাৰত তাৰ ওচৰত ধপাঁত খাবলৈ আহোতে কোৱা কলিয়াৰ কথাবোৰ! তেতিয়া মনবৰ এই গাৱঁলৈ অহা নাই। কলিয়া হেনো তাহানিৰ কলিয়াৰ দৰেই। তাহানিৰ কলিয়া মানে "বৃন্দাবনৰ কৃষ্ণ", বস্ত্ৰ হৰণ অৱশ্যে এই কলিয়াই কৰা নাই। মালিবামে তাৰ চোতালত বহি কাতিমহীয়া কোৱা কথাবোৰ তাৰ মনত পৰে। শুকান ওঁঠ দুখন মোহাৰি; ডাবি বিলাকৰ সৈতে এবাৰ জিভাখন বুলাই কৈছিল—"বুজিছ মনবৰ, তই তেতিয়া মানে তোৰ আপোন গাৱঁত বাপেৰৰ লগত নকৈ হালবোৱা মনবৰটো হৈ আছিলি। ধৰ তেতিয়া তই—সেই কালৰ মনবৰ কিমান ডাঙৰ আছিল তাৰে তুলনা দিবলৈ মালিৰামে কাৰ নাম ক'লে খাপ খাই পৰিব তাকে ভাবি ক'লে—"এই চেঙেলী লৰাটো দেখিছ? ঠিক তাৰ সমান তই আছিলি।" এই বাৰ মালিবামে ধপাত হুপিবলৈ ধৰিলে। মনবৰে মালিবামৰ মুখলৈ চাই থাকিল বিচাৰালয়ত জজমেণ্ট দিবলৈ মুখ মেলা জর্জলৈ আচামীয়ে চোৱাৰ দৰে। কি কথাষাৰ এতিয়া ওলাব! "তেতিয়া কলিয়া সোনেশ্বৰ গাওবুঢ়াৰ লৰাটোৰ সমান পাটছলা ইস্কুলত পঢ়ে কিবা তৃতীয় শ্ৰেণীত। এই কিচেনী বগাবলৈ তাৰ পাঁচ বছৰ লাগিছিল। ক'ৰ আম, ক'ৰ কঁঠাল, ক'ৰ মেজি এই বোৰত তাৰ মন বেছি। পঢ়া আৰু কৰিব কেতিয়া। আৰু লৰাবোৰে ইটোৱে বাপেকক ক'বহি মোৰ চোলাটো কলিয়াই ফালিলে, মোক কলিয়াই মাৰিলে, মোৰ ফলিখন কলিয়াই ভাঙ্গিলে ইত্যাদি বোৰ হাজাৰ বাৰশ গোচৰ বাপেকৰ ওচৰত দাখিল কৰেহি। হেড্ পণ্ডিতে বলে নোৱাৰি এদিন তাক বিদায় দিলে।" এই বুলি মালিৰামে লাখুটি দালেৰে মাটিত আঁক মাৰি তাৰ এটা ফালৰ ব্যাখ্যা শেষ হোৱা বুজালে। দ্বিতীয় দাল আঁক মাৰিবলৈ লাখুটি দাল ধৰি থাকিল। কথা আৰম্ভ হোৱাৰ লগে লগেই আঁচ মাৰিব! "ইস্কুলৰ পৰা ওলাই কলিয়াই আন কামত মন দিলে। কামনো কি? ক'ত সোণপাহীয়ে ধান দাব। কত সোনেশ্বৰীয়ে মাছ মাৰিব ইত্যাদি। তাত সি গৈ যিহে বিহু নাম গাব।" মালিৰামে মনবৰলৈ চালে। মনবৰে কথাবোৰ কিমান শুনিছে। মনবৰে এইবাৰ মাতিলে—

পিছে মানুহে একো নকয় নে? মালিৰামে পানৰ চুন খিনি ঠিক আছেনে নাই চাইলৈ, মুখত ভৰাই ঠিক মতে পাগ তুলি ক'লে, মানুহে? মানুহে কৰিব কিতো? সেই ধুৰন্ধৰটোক কিবা কৰিলে লাজ আছেনে? শেষত এঘৰীয়া হ'ল। জুই-পানী বাদ। তঁহতৰ ঘৰলৈ অহাযোৱা বৰকৈ কৰিছে। এঘৰীয়া কৰিবৰ আজি ৬ বছৰ মানেই হল। বহুতে কথাটো পাহৰিলে। তয়ো নতুনকৈ আমাৰ মাজলৈ আহিছ। কথাটো নাজান পিছে চাবি। কোনোবাই গম পালে বুলি মালিৰামে পিক্ খিনি পেলাই লৈ এৰি যোৱা কথা কিটা পূৰাবলৈ মুখ মেলোতেই বাটেদি যোৱা ধনায়ে মতাত উঠি গল। পদুমীয়ে মালিৰামৰ সকলো কথা শুনিছিল। গাঁৱত কিছুমান মানুহ থাকে যিবিলাকে অশান্তি আৰু অপ্ৰীতি ভাল পায়। মালিৰাম বুঢ়া মানুহ কাইলৈ বা এতিয়াই মৰি যাব পাৰে, কিন্তু মৰাৰ আগ মুহূৰ্ত্তত তেওঁ কি ভাল কাম কৰিলে বুলি ঈশ্বৰে সুধিলে—মালিৰামে কি কৈফিয়ৎ দিব? মনবৰৰ পশুটো কলিয়াৰ প্ৰতি জাগি উঠিল। কলিয়াক সি আঁতৰাই দিয়াটোকে ঠিক কৰিলে। কিন্তু তাক আঁতৰাই কেনেকৈ? শান্ত মনবৰ বুলি খ্যাতি থকা মনবৰ অশান্ত হয় কেনেকৈ? তাক দেখি গাঁৱৰ মানুহবোৰ নপলায়তো? যিটো মানুহক গাঁৱৰ ৰাইজে, দহে বিচাৰ কৰি বাদ দি থৈছে আৰু যদি তাক সি চপাই লয় তেন্তে সি কিমান অপৰাধ কৰি পেলাব!

আৰু পদুমী? তাইক মনবৰে ভয় নকৰে। মনবৰৰ ভয় মাথোন গাঁৱৰ ৰাইজ আৰু সিহঁতৰ উৰ্ব্বৰ মগজৰ মেল বিলাকলৈ। য'ত হিংসাৰ বাবে মানুহে মানুহক সমাজৰ পৰা বাদ দি থব পাৰে—এটা সামন্য ভুলৰ বাবে! ভবিষ্যতৰ কথা ভাবি এবাৰ মনবৰ থমকি ৰ'ল। সৰল-সহজ মনবৰৰ মনত বিৰোধ মনোভাব বোৰে অতিষ্ঠ কৰি পেলালে। সি চাৰিওফালৰ পৰি বেশটো উতপ্ত হৈ থকা অনুভৱ কৰিলে। চাৰিওফালৰ আৱহাৱাটো সি বুজিবলৈ যত্ন কৰিলে। সোনকালেই সি কিবা এটা কৰিব লাগিব, হয় পদুমীক নহয় কলিয়াক সি চিৰদিনৰ বাবে এৰিব লাগিব।

"বুজিছা নবৌ তিনি দিন হাৰাশাস্তি হলো। সৌ মাজৰ চাপৰিত পালোগৈ।" জপনাৰ পৰাই চিঞৰি চিঞৰি কলিয়াই কোৱা পদুমীয়ে শুনিলে। জুহালৰ গুৰিত মনবৰে চুৰট পকাই আছিল। কলিয়াৰ মাত শুনি শুই থকা পশুটো হঠাতে জাগি উঠিল। চোতালৰ পৰাই কলিয়াই সুধিলে—নবৌ ককাইটি নাই নেকি? ধান ক'ত ক'ত চালেগৈ। দ' মাটিৰ ডবা বৰ ভাল হৈছে। মই চাপৰিৰ পৰা আহোতে চাই আহিছোঁ। এইবাৰ ৰাইজৰ বৰ ভাল খেতি হৈছে হ'লে।" পদুমী ওলাই নহাত কলিয়া আচৰিত নহল। পিছে নবৌয়ে কথাবোৰ শলগা নাই কিয়? "নবৌ কিনো কৰিছা?" বুলি কলিয়া সোমাই গল। "অ' কাইটিও আছ? ধান ক'ত ক'ত চালি?" মনবৰে এবাৰ ভাবিবলগীয়া হল। কলিয়াটো বাৰু আমাৰ কাৰণে কি? ৰাইজে যে তাক বাদ দি থৈছে। "কলিয়া তোক ৰাইজে বাদ দি থৈছে। আৰু তই আমাৰ পৰাও বাদ। মনবৰৰ খেৰৰ ঘৰটো তাৰ মূৰৰ ওপৰত খহি পৰা হলেও সি আচৰিত নহলহেঁতেন কিন্তু এই মনবৰৰ মুখৰ কথাষাৰ?

সি যেন বিশ্বাস কৰিব পৰা নাই। সেইটো যেন মনবৰ নহয়। সেইয়া যেন মনবৰৰ মাত নহয়। সেপটুকি সি কলে—কাইটি ভাবিছিলো তই এইবাৰ কথা নকৰ; কিন্তু তয়ো কলি। মোৰ আৰু কোনো নাই!" কলিয়াৰ চকুপানী ওলাই আহিল। তহঁতৰ মৰমকে বিচাৰি, এদিন ল'ৰি আহিছিলো। আৰু তহঁতিও দিছিলি। কিন্তু কোনোৱা খিনিত ভুল হৈ গ'ল। বাইজে মোক বাদ দিছে কিহৰ কাৰণে এবাৰ সুশুধিলি। লোকৰ কথাশুনি মোক তই—আৰু কথা কলিয়াই ক'ব নোৱাৰিলে। লাহে লাহে মনবৰৰ সমুখৰ পৰা আঁতৰি আহিল। এবাৰ পদুমীলৈ চালে। পদুমীয়ে চকুৰে সৰিয়হ ফুল দেখিছিল, কি ঘটিছে তাই একো বুজিব পৰা নাই। এইয়া যেন ভাওনাৰ বচন গাইছে। আৰু মনবৰ? সি বিজয় গৌৰবত উৎফুল্লিত। তেতিয়া তাৰ চুৰটটো খাব পৰা হৈছে।

* * * * *

বহুত দিনৰ পাছৰ কথা। কলিয়াৰ অভাৱত মনবৰ আৰু পদুমীয়ে বহুতো অসুবিধা পাইছিল। মনবৰৰ কিবা এটা হ'লে আজি কলিয়া নাহে। পদুমীৰ কিবা দৰকাৰ থাকিলে কলিয়াক বিচাৰি পোৱা টান হ'ল। ইয়াত কিন্তু মনবৰৰ খেদ নাই। সি ভাল কামকেই কৰিছে। মনবৰ জিলালৈ আকৌ যাবলগীয়া হ'ল। মনবৰে শুনিছিল পথাৰত হেনো দুইটাই কথাপাতি থাকে। এইবোৰ পদুমীৰ কি? এদিন গৰু বিচাৰি সিহঁতৰ বাৰী পাইছিলহি। পদুমীয়ে হেনো চাকি দেখুৱাই দিছে? এইবোৰ জানো পদুমীয়ে ভাল কাম কৰিছে? কলিয়াক শুনাকৈ পদুমীক মনবৰে সেইদিনা ধমক দিছিল—যদি মোৰ সীমাৰ ভিতৰত তাক পাম, তাৰ ঠেঙ ভাঙিহে এৰিম। তেহে চিনিবি মনবৰক। আজি জিলালৈ যাবলগীয়া হোৱাত তাৰ মনটো কেনেবা কেনেবা লাগিল। ইপিনে পদুমীয়েও গাটো বেয়া বুলি শুই আছে। সি পদুমীক দেখা নিদেয়ে। দিনটো চকৰি ঘূৰা দি ঘূৰিফুৰা পদুমীয়ে বিচনা লোৱাত সি আজি ভাবিব লগীয়া হ'ল। পদুমীৰ কি হৈছে? ওচৰৰ সুমলা পেহীকো মাতি অনাইছে। জ্বৰ চৰ হোৱা নাইতো? হক জ্বৰ তাত তাৰ কি আপত্তি আছে। ইপিনে গোপনে কলিয়াৰ লগত এইবোৰ কিহৰ কাৰবাৰ, পদুমীক ধমক দি দিব নেকি? ক'তা সেই দিনা তাইক কমখন বকিলেনে সি। পদুমীতো মৌন হয়ে ৰ'ল। ইয়াৰ কাৰণ কি? নিশ্চয় কিবা এটা ইহঁত দুটাৰ মাজত আছে। আজি মই নথকাৰ গম পাই সি ওলাবহি। মই যাবই লাগিব। সি যোৱাটোকে ঠিক কৰিলে। পদুমীক মনবৰে জিলালৈ যোৱাৰ কথা ক'লে। পদুমীয়ে মানা নকৰিলে। সুমলা পেহীয়ে মানা কৰিছিল যদিও মনবৰ গুছি গ'ল।

বহু বাট সি একো নভবাকয়ে পাৰ হ'ল। চুৰটটো শেষ হ'লত তাৰ এটা কথা মনত পৰিল। কিয় পদুমীয়ে মানা নকৰিলে, যদি পদুমীৰ গা-ভালেই নহয়? নিশ্চয় ইয়াৰ ভিতৰত কিবা কথা সোমাই আছে। আৰু পদুমী? তাই কেনে সুন্দৰ হৈ উঠিছে। আগতকৈ তাই বহুত তেজাল হৈ গৈছে। ইমান ধুনীয়া সি পদুমীক কোনো দিনে দেখা নাই। বৰ সুন্দৰ পদুমী। আৰু কলিয়া?

তাক বাৰু আমাৰ মাজতে সোমাই এই হুলস্থুল খন কৰিবলৈ কিহে পাইছিল? সিয়েই সকলোৰে মূল। ইয়াক—মনবৰে তাক কি কৰিলে তাৰ মনশান্ত হ'ব ভাবি নাপালে। হাকিমৰ ঘৰলৈ বাট আৰু বেছি নাই। এইবাৰ তাৰ হাকিমৰ কথা মনত পৰিল। হাকিমে বাৰু অসময়ত তাক কিয় মতাই অনালে। মাটি মোৰ পৰা এৰোৱাই দিব নেকি? নাই হাকিমে তাক তেনে নকৰে। কত বছৰ, সেই সি এই গাৱঁলৈ অহাৰ পৰাই নিগাজীকৈ হাকিমৰ মাটি খাই আছে। তাক একৰাই নিদিয়ে। আন কিবা কথাৰ কাৰণে মতাইছে। মনবৰে নিজকে সান্ত্বনা দিলে। হাকিমৰ ঘৰ পালেগৈ। কানত থোৱা আধা খোৱা চুৰটটো পেলাই দিলে। হাকিমে বেয়া বুলিব। ফটা কামিজটো ঠিক কৰি ল'লে। হাকিমে কিবা ক'ব বুলি। বাহিৰতে হাকিম আছিল।

এইবাৰ সি বুজিলে হাকিমে তাক কিয় খণ্ড কৰিলে। এই সকলো বিলাক কলিয়াৰ কাম! সি হেনো ধান কমকৈ দিয়ে। কলিয়াই ঠিক মতে দিয়ে। জহাধান নকৰাৰ বাবে ধমক দিলে। কতনো কি কথাবোৰ যে তাক ক'লে। সি বাৰু কেনেকৈ সহি থাকে? মিছা-মিছি কথাবোৰ কলিয়াই আহি লগাই থাকেহি। এইবাৰৰ পৰা হেনো মাটি আনক দিব। আনক মানে? কলিয়াক দিব। কলিয়াক দেখিম মই। এইবাৰো মনবৰে মনটো ঘূৰাই ল'লে।

ঘৰ কিমান সময়ত পাবগৈ বাৰু? এবাৰ সি সময়তো হিচাব কৰিলে। ঘৰৰ কথা মনত পৰাত তাৰ পদুমীৰ ৰূপটো চকুৰ আগত ভাঁহিবলৈ ধৰিলে। বিছনা থাকোতেও কিয় বাৰু পদুমীয়ে মাটিত বিছনা কৰিছে? পেহীয়েও দেখোন জুই ধৰাৰ দিহা কৰিছে? জুই কেলৈ? তাৰ মনতো অজান আনন্দত পুলকি উঠিল। হঠাতে মনত পৰিল মাটিৰ কথা। মাটিতেই সিহঁতৰ জীৱন গাঁথা আছে—সেই মাটিৰ ওপৰত কলিয়াৰ কি অধিকাৰ আছে? সি আৰু ভাবিব নোৱাৰিলে। এবাৰ ঈশ্বৰক খাটিলে পদুমীক বহুদিন জীয়াই ৰাখক!

সিহঁতৰ গাওঁ পাওঁতে সন্ধ্যা পাৰহৈ গৈছে। বেগা বেগীকৈ তাৰ ঘৰলৈ খোজ ললে। জপনাৰ পৰা সি তাৰ অনুসন্ধানী চকু দুটা চাৰিও ফালে ঘূৰিলে। সৌটো খেৰ ঘৰত কোন? খেৰ টানিছে? কলিয়া? কলিয়া হয়নে নহয় এবাৰ সি ভালদৰে চাই ললে। ঠিক কলিয়া। খেৰ বোৰ কিয় টানিছে? নিশ্চয় চুৰ কৰিছে। নহলে……। নাই আৰু ভাবিব নোৱাঁৰি। জপনাৰ খুটিটো উভালি মনে মনে তাৰ ওচৰলৈ গৈ প্ৰাণকাতৰে এটা মাৰ তাৰ কঁকালত বহুৱাই দিলে। এটা বিকট চিঞৰ মাৰি কলিয়া পৰি গ'ল। "কথা লগাবি। পদুমীৰ লগত কথা পাতিবি। চুৰ কৰিবি তাৰ শোধ। কলিয়াৰ চিঞঁৰ পেহী বা পদুমীয়ে হুশুনিলে। কলিয়া নহা দেখি এবাৰ পেহীয়ে তাগিদা দি ভিতৰৰ পৰাই কলে—খেৰ কিডাল আনোতে তোৰ এমাহ লাগিব। বেগেতে আন! মনবৰ থৰ হ'ল। কিয় বেগেতে নিব লাগে? তেন্তে পদুমীৰ কিবা নিশ্চয় হৈছে? ভিতৰৰ পৰা অহা নবজাতক শিশুৰ এটা কোমল কান্দোন মনবৰে শুনি আৰু বেছি আচৰিত হ'ল। সেইয়া কাৰ কান্দোন? তেন্তে……। মনবৰ দুৱাৰ খুলি ভিতৰলৈ সোমাই গল। দুৱাৰ খোলাৰ শব্দ শুনি পেহীয়ে কলে—বাৰু আনিলি বোপাই। পেহীয়ে দুৱাৰ মুখলৈ চাই থাকিল।

কলিয়াৰ সলনি মনবৰ সোমাই অহাত পেহী আচৰিত নহ'ল। বৰং বঙ পালে। কেনে সুন্দৰ খবৰ এটা তাই দিব। "মনবৰ তই পেহীয়েৰেক মাছ খুৱাব লাগিব।" পদূমীয়ে হাঁহিলে। মনবৰ আচৰিত হল পদূমীৰ বুকুৰ মাজত পিয়াহ খাই নিছিন্ত মনে টোপনি যোৱা লৰাটোৰ বাপেক তেন্তে সি। কেনে ভাগ্যবান? মনবৰৰ মাত নাপাই পেহীয়ে লাজ পালে। কিনো কৰিব কিনো নকৰিব বুলি এবাৰ কলিয়াক চিঞৰিলে। মনবৰৰ চকুয়েদি চকুলো বাগৰি আহিল। কলিয়াৰ গাত তেন্তে দোষ নাই! এবাৰ মনবৰে চিঞৰি দিব নেকি? নাই সিয়ে খেৰ আনি দিব। মনবৰ খেৰ আনিবলৈ দুৱাৰ মুখ পালেহি। কলিয়াই হেপাই হেপাই আহিব ধৰিছে। এহাতে এমুঠি খেৰ—আৰু আনহাতে কঁকালত ধৰি লেঙুৰীয়াই লেঙুৰীয়াই আহিব ধৰিছে। পেহীয়ে তাক কৃত্রিম খঙ কৰিলে। মনবৰে দুৱাৰ মুখত থিয় হৈ এইয়া কি দেখিছে?

পেহীয়ে জুই দিয়াত ব্যস্ত হৈ পৰিল। পদূমীয়ে লৰাটো ঠিকঠাক কৰাত লাগি গ'ল। পৰিবেশটো শান্ত অৱস্থালৈ অহাত কলিয়াই মনবৰৰ ফালে ঘূৰি কলে—"মনবৰ ককাইটি ৰাইজে মোক বাদ দিছে শেষত মাথোন তয়ে বাকী আছিলি, তয়ো বাদ দিলি। ঠিকেই কৰিছ। এবাৰ সুধিলি মোক কিয় ৰাইজে বাদ দিছে? আৰু তোৰ লগত মোৰ ভাল দেখি কতই সুযোগ বিচাৰিছে তোৰে মোৰে বিবাদ কৰিবলৈ। কিয় বিচাৰিছে জান? তোৰ সমাজে বিচাৰে এই মৰামৰি, হিংসা-দ্বেষ। তাৰ বিৰোধিতা যি কৰিব—সি সকলোৰে বাদ হ'ব। এই হ'ল তোৰ সমাজ। মোক মৰাৰ কাৰণে তোক সমাজে ক'ব—ভালেই কৰিলি, উচিৎ দণ্ড পাইছে। কিন্তু তই এবাৰ মোৰ কথা বিলাক শুন। কলিয়া ৰ'ল। পেহী বা পদূমীয়ে কোনেও কি হৈছে একো বুজিব নোৱাৰিলে। কঁকালত হাত থন দি এবাৰ থিয় হবলৈ চেষ্টা কৰি কলিয়াই ক'লে—এবাৰো ভাবি নাচালি, তঁহতৰ ঘৰলৈ, তঁহতৰ ওচৰলৈ, তঁহতৰ বুকুৰ মাজলৈ চাপি যাবলৈ কিয় ইমান চেষ্টা কৰোঁ। ভুল বুজিব সকলো কথাই পাৰি কিন্তু নোৱাৰি সকলোৰে স্বৰূপটো বিচাৰি উলিয়াব। মালিৰামে কোৱা সকলো কথাই মই নবৌৰ মুখে শুনিও তোক বাধা নিদিলোঁ। কিয় জান? সি এবাৰ পদুমীলৈ চালে। পেহী আৰু পদূমীয়ে কাঁচীৰ কাৰণে সাজু কৰা আচামীটোৰে ঈশ্বৰৰ বাণী একান্ত মনে শুনি থকাৰ দৰে কলিয়াৰ কথাবোৰ বুজিবলৈ লক্ষ্য কৰিছিল। নবজাতকে তেতিয়া পদূমীৰ বুকুৰ উম্ত শান্তি পাইছিল। পদূমীয়ে কপালৰ আগত পৰি থকা চুলি কিডাল ঠিক কৰি ল'লে। একো কৰিব লগীয়া কাম নথকাত, কবলগীয়া কথা নথকাত পেহীয়ে আধাপোৰা ডালিখৰি এডালেৰে জুই খুচৰি কিবা এটা ভাবিছিল। "তই ভুল কৰা নাই, ভুল কৰিলোঁ মই, মোৰ পিতৃমাতৃ হেৰুৱাই,— কিহৰ কাৰণে পৃথিৱীত জীয়াই থাকিবলৈ বিচাৰিলোঁ। ভাবিছিলো তহঁতে মোক এৰি নিদিয় বুলি—কিন্তু তহঁতেও শেষত এৰি দিলি। মানে আতৰাই দিলি। তোৰ লৰা হোৱা শুনি জ্বৰৰ গাৰেই দৌৰি আহিছো। তই নাই বুলি। দুদিন জ্বৰ। তঁহতে ভাবিছিলি মই পলাই গ'লো কিন্তু মোৰ যে জ্বৰ তই এবাৰো খবৰ নল'লি।

কিন্তু নবৌক তই ভুল বুজিলি। তোৰ কামনাৰ সৰগখন মৰত কৰিবলৈ মই এদিনো বিচৰা নাছিলো। পৃথিবীত শান্তি আছে। শান্তিবোৰ বাক ক'ত আছে? কলিয়াৰ বেদনা বাঢ়ি আহিল। মনবৰে ভাবিলে মাৰমৰা ঠাইডোখৰ এতিয়ামানে ওখহি যাব পায়। পদুমীয়ে কথাটো বুজি পালে। পেহীয়ে প্ৰলয় অহা আগ মুহূৰ্ত্ততে জ্ঞান হেৰুৱা মানুহৰ দৰে বহি থাকিল। কলিয়া দুৱাৰ মুখৰ ফালে আগবঢ়াত পদুমী আচৰিত হ'ল। ইমান বোৰ কথা কোৱা মূল্যটো মনবৰে ক'ত দিলে? পেহীয়ে কথাটো গম পাব বুলি এবাৰ আশা কৰি জ্বলি থকা জুইৰ ফালে চাই থাকিল। মনবৰে ইয়াৰ পিছত কি কৰিব লাগিব বুজি নাপালে। কলিয়া দুৱাৰ পাৰ হওঁ হওঁতেই মনবৰৰ মাত শুনি বাগৰি অহা চকুপানীবোৰ মোহাৰি ল'লে। "ঘূৰি, আহ কলিয়া" মনবৰৰ মাতটো কোমল অথচ বেথাভৰা। কলিয়াই যেন সন্ন্যাস ব্ৰত ধৰি বহু দিনৰ বাবে এইয়া মনবৰৰ ওচৰত বিদায় খুজি ওলাই গৈছে।—আহ কলিয়া, চৰ পাহৰি পেলা। পদুমীৰ মাতষাৰে কাকো আচৰিত নকৰিলে। মনবৰে ভাবিলে পদুমী সঁচায়ে মৰমী। মনবৰে এবাৰ বাহিৰলৈ চালে কলিয়া আহিছেনে নাই? কলিয়াই ঘূৰিব খোজোতেই পৰি গ'ল। মনবৰ ওলাই গ'ল। পেহীয়ে এনেয়ে এবাৰ বাহিৰলৈ চালে আন্ধাৰত একো দেখা নাপালে। মনবৰক কলিয়াই দাঙি ক'লে—বৰ বেছি দুখ পালি নেকি?" কলিয়াই একো নামাতিলে।

পেহীয়ে তেতিয়াও আচল কথাটোনো কি একো বুজি নাপালে। তাৰ জনাবো আশা নেদেখি আঁতৰি গ'ল। সুধিবলৈ ঠিক সাহ নহয় ইচ্ছা নকৰিলে। সেই সময়ছোৱাত বৰ বেজাৰ লাগিল পেহীৰ। অসুখৰ সময়ছোৱাত সাক্ষী হোৱাৰ বাবে ঈশ্বৰক দোষ দিলে। মনবৰেও কান্দিলে। পদুমীয়ে কিন্তু খুব হাঁহি ল'লে। শেষত দুয়োটোৰে বুজাবুজি হোৱাত। এফালে নতুন শিশুৰ কান্দোন। আৰু আন ফালে পুৰণা বহু পুৰণা দুটা শিশুৰ [ এবা সিহঁত দুয়োটাকে পদুমীৰ শিশু শিশু যেন লাগিছিল। ] চিৰ জীৱনৰ বুজাবুজি। তেতিয়া মনবৰে কলিয়াক সাবটি ধৰি আছিল। এই নতুন কলিয়াটোক যেন মনবৰে বুকু ফালি সুমাই থ'ব বহুদিনৰ বাবে।

---

# ফেন্তম

শ্ৰীলীলাকুমাৰী বৰুৱা ( প্ৰথম বাৰ্ষিক : কলা )

সেই দিনা ৰাতি
বিজুলীৰ চকামকা পোহৰত
মই তোমাৰ কাষলৈ গৈছিলো,
জোনাকী নিশাৰ ফুলকুমলিয়া পোহৰ বোৰ
কেতিয়াবাই দিগন্তৰ পাৰ ভাঙি আঁতৰি গৈছিল
তেতিয়া আউসীৰ ধুমুহা এৰাতি।

মৰমেৰে মিনাকৰা
আলফুলিয়া বিছনা খনত
শুই, শুই তুমি বাৰু তেতিয়া কি ভাবিছিলা ?
হয়তো এৰি অহা কোনোবা দিনৰ
সুমধুৰ ইতিহাস !

জপাই থোৱা খিৰিকি খনৰ
মিহি দীঘলিয়া ফাঁকটোৱেদি
মাৰ যাব খোজা বেলিৰ সিছিনা
তোমাৰ মুখ খন মই দেখিলো
কিন্তু বেছি সময়ৰ বাবে নহয়।

কোঠাৰ মৃদু পোহৰ খিনি
আন্ধাৰৰ কড়াল গৰ্ভত হেৰাই গ'ল,
আৰু মোৰ বুকুত উঠিল
ভাবনাৰ হাজাৰ বিজাৰ উৰ্ম্মিমালা।

তোমাক জগাই দিবৰ মন গৈছিল
কিন্তু মোৰ ফাকু গুৰিৰ দৰে চকুহাল দেখিলে
তুমি কিজানি ভয় খোৱা ?
( আগৰ অৰ্ণবৰ নীলা তাত নাই )

মোৰ নয়নৰ পতাত
তেতিয়া নামিছিল

ভৱাৰ পাৰৰ আদিমানবৰ অভিজ্ঞতা
তাৰ পিছত—?

তাৰ পিছত মই আঁতৰি আহিলো
মাজৰাতি তোমাৰ কাষলৈ যোৱাৰ কথা
তুমি বিশ্বাস কৰা নাই নেকি ?

তাৰ সাক্ষী কোন জানা ?
সেই দিনাৰ মহা নিশাটো,

আৰু তোমাৰ খিৰিকিৰ কাষত থকা
শেৱালীৰ বৃন্তচ্যুত্যা নিমজ পাঁহি বোৰ।

—— o ——

# —আলোচনা—

"সাহিত্যতো ব্ৰহ্মচৰ্য্য ৰূপ সাধনা লাগে। তেহে, জাতি এটিক সাহে পিতে গদাধৰ কৰিব পাৰি। যি জাতি মৰণ-পথৰ পথিক, সেই জাতিৰ ভাব-সম্পদ জড় বা জগা-কাঠ, আশা-আকাঙ্খা নিস্পন্দ, কাৰ্য্য পদ্ধতি পাছ বল দিয়া আৰু উৎসাহ-উদ্দীপনাও ফুলজাৰী সদৃশ—ক্ষন্তেক জ্বলিয়েই নুমাই থাকে। অচিৰেই তেনে জাতিৰ পতন অৱশ্যম্ভাৱী। সাহিত্যত ব্ৰহ্মচৰ্য্য ধৰ্ম্ম ধৰিব পাৰিলেহে বহি-জগতৰ সকলো আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ মূৰ দাঙি উঠিব পাৰি আৰু কুমাৰণী বাহৰ দৰে সকলো বিজতৰীয়া বীজাণুক ধ্বংস কৰি আপোন জাতলৈ তুলি ল'ব পাৰি।....গতিকেই, ব্ৰহ্মচৰ্য্য ধৰ্ম্মটিক সাহিত্যৰ ভিতৰ-কাৰেঙত দীপলিপ কুঁৱৰীকৈ আবুৰত ৰাখিব লাগিব।"

—বেণুধৰ শৰ্ম্মা,
( ২৫শ অধিবেশন, ১৯৫৬ চন )

চমু আলোচনা

# আত্মনির্ভৰশীলতা

শ্ৰীনীলমণি ফুকন

পানীপিয়া চৰায়ে যে আকাশৰ ভাৰবলৈ মুখ মেলি পানী পিবলৈ আশা কৰি থাকে, সেইবাবে পানী পিউ পিউ কৰি চট্‌ফটনিত কাল কটায়। অথচ তলত জান-জুৰি, খাল-ডোঙত পানী ভৰি থাকে, দূৰ দূৰণিৰ গৰু ম'হ আহি তাত নামি পেট ভৰাই পানী পিয়ে ; নিজে বিচাৰ-খোচাৰ কৰি পানীটোপা পিবলৈ আত্ম-নিৰ্ভৰশীল নোহোৱা বাবেই পানী-পিয়া চৰাই সদায় তৃষ্ণাতুৰ। এই কাৰণেই পৰত আশ বনবাস বুলি কোৱা হয়।

নিজৰ ওপৰত সকলো কথাতে নিৰ্ভৰ কৰি চলা অভ্যাসেই আত্মনিৰ্ভৰশীলতা। এই দৰে আত্ম-শক্তিৰ ওপৰত নিৰ্ভৰ কৰা অভ্যাস কৰোতে কৰোতে সেয়ে স্বভাৱত পৰিণত হয়। স্বভাৱতে কৰিব পৰা কামেই সদায় সুসম্পাদিত। নিজৰ ভৰি দুটাৰ ওপৰত সদায় নিৰ্ভৰ কৰি চলা পৰ্ব্বতীয়া লোকে ঠিয় পৰ্ব্বততো পথালি খোজ দি তামোল গছত কেৰ্কেটুৱা বগোৱা দৰে ওপৰলৈ অবাধে উঠি গৈ থাকে। কিন্তু নিজৰ ভৰি চলাই পৰ্ব্বতত উঠিবলৈ সাহ নোহোৱা মানুহৰ লোকৰ পিঠিৰ হোবাত উঠি যাওঁতেও, হাত ভৰি কঁপে, কাৰণ, নিজৰ ভৰিৰ ওপৰত নিৰ্ভৰ কৰি দিব-লগীয়া খোজ কেইটাই লোকৰ পিঠিত খোপনি নাপায়।

পৰে কৰা কাম নিজহাতে কৰা কামৰ জোৰ লব নোৱাঁৰে। এই কাৰণেই আপোন হাত জগন্নাথ, জগন্নাথৰ প্ৰসাদত যিটো তৃপ্তি, আপোন হাতে ৰন্ধা-বঢ়া আহাৰতো সেই তৃপ্তি পোৱা যায় বাবে বাৰে-ৰঙ্গলুৱা ভোজন-গৃহৰ দহখন ব্যঞ্জনেও সেই তৃপ্তি দিব নোৱাঁৰে। নিজে ৰন্ধা ভাত আঞ্জাৰ যুটি সুকীয়া ; এই বাবেই মহাত্মাই নিজ হাতে কটা সুতাৰ খদ্দৰৰ কৌপিণহে পিন্ধিছিল।

আত্মনিৰ্ভৰশীলতাই মানুহক সকলো কথাতে নিয়মীয়া কৰি তোলে। নিজে ঘটা ধন ভাঙিবৰ হলে মানুহে যিদৰে হাত ধৰি চলে, পৈতৃক সম্পত্তিৰ ব্যৱহাৰত সেইদৰে টান ধৰি নচলে ; টকাক খোলাকটি যেন দেখে। এজন লক্ষপতি ধনীয়েও যদি দৈনন্দিন জীৱনৰ নিজে কৰিব পৰা কামখিনি আনৰ হতুৱাই নকৰাই আপুনি কৰিবলৈ অভ্যাস কৰে, তাৰপৰা তেওঁৰ এসোপা লগুৱা লিকচৌ ৰখা খৰচৰেই যে ৰাহি হয় এনে নহয়, তাতোকৈ অধিক মূল্যৱান কথা হৈছে যে, তেনেদৰে চলিলে, তেওঁৰ জীৱন আড়ম্বৰশূন্য হবলৈ ধৰে, আড়ম্বৰ বিহীন জীৱন অময়া সুখৰ ঠাই, সন্তোষৰ ভঁড়াল, দেহাই জিৰণি লোৱা ৰৰঘৰ, পৱিত্ৰ আচৰণৰ নামঘৰৰ মণিকূট।

নিজৰ লাখুটি ডালৰ এটা মূৰ আন এজনে ধৰি লৈ ফুৰাওঁতে এজন অন্ধৰ, সময়ে সময়ে একোটা উজুটি খোৱাৰ আশঙ্কা থাকে, কিন্তু নিজে গম ধৰিব পৰা শক্তিৰ ওপৰত নিৰ্ভৰ কৰি নিজে সেই লাখুটি বাই গৈ থাকোতে বাটত উজুটি নাখায়। অন্ধয়ো এইদৰে আত্মনিৰ্ভৰশীল হৈ যাওঁতে

লাখুটি ডালতে দিব্যদৃষ্টি লাভ কৰে। লোকৰ খোজত খোজ দি চলা, চকু থকা লোকেও খোজ কাঢ়ি সুখ নাপায়। খোজ গৈ যে ক'ৰবাত পৰে; নিজৰ ভৰিত ভৰ দি দিয়া খোজ কেইটাই মাটিত একোটা চাব দি থৈ যায়, সি সহজে মচ নাখায়, বাটত কেতিয়াবা পকৰাই পালেও নিজৰ সেই যোৱা খোজে আকৌ বাট ধৰাই দিয়ে।

সাঁতোৰ সাঁতোৰ বাউসিৰ বলে, সাঁতুৰিব নেজান যা ৰসাতলে—অভিজ্ঞতাৰ অমোঘ বাণী, পেটৰ তলত কলহটো উবুৰিয়াই কিছুদূৰ সাঁতুৰিব পাৰি, কিন্তু কলহটো কেনেবাকৈ ঘূৰি গৈ মুখে দি ভৰ্‌ভৰ্‌কৈ পানী সোমালে থিতাতে মৰণ। গতিকে নিজৰ বাউঁসি মাৰি হাত ভুখনেৰে সাঁতোৰ মেলিব পৰাটোহে নিৰাপদৰ কথা। পৃথিৱী যেন একোখন প্ৰকাণ্ড সদাগৰী জাহাজ, বতাহ ধুমুহাত পৰি নিমিষতে সাগৰত অন্তৰ্দ্ধান হয়, কিন্তু নিজৰ হাত ভৰি মাৰি সাঁতুৰিব জনা একোজন লোক তিনি চাৰি দিন সাগৰৰ ওপৰত ওপঙি থাকি উদ্ধাৰ পোৱা দৃষ্টান্ত পোৱা যায়।

আত্মবিশ্বাসৰ লগত আত্মনিৰ্ভৰশীলতাৰ ঘনিষ্ঠ সম্বন্ধ। নিজৰ ওপৰত বিশ্বাস থকা লোকে প্ৰতিকূল অৱস্থাৰ ওচৰত আঠু নলৈ, তাক ভৰিৰ সৰুগাঁঠিৰ তলত মোহাৰি পেলাই, আকৌ নিজৰ ভৰিত ভৰ দি থিয় হয়, খোজ চলাবলৈ ভৰিত শক্তি পায়। ঘোৰাদৌৰত চেকুৰ মেলা ঘোৰাই যিদৰে মেলা চকৰত দি থোৱা হেদাৰ, খাল, ঢাপ আদি একোটা জাপত পাৰ হৈ অবাধে গুচি যায়, এনেলোকেও নিজ গন্তব্য পথৰ সকলো বাধা বিঘিনী পাৰ হৈ দহোটা পথৰ কোনো এটা পথ অৱলম্বন কৰি নিজ উদ্দেশ্য সাধন কৰে। বেহা-বেপাৰত লাভ লোকচান সদায় হৈ থাকে। চঞ্চলা লক্ষ্মী অচলা হৈ থকা প্ৰায় দেখা নাযায়। কাজেই বাণিজ্যত লক্ষ্মী বসতি কৰিলেও, কেতিয়া কোন সূত্ৰে তহবিলৰ তলি উদং কৰি থৈ যায় কোৱা টান। কিন্তু বণিকজন যদি আত্ম-নিৰ্ভৰশীল হয়, পুণৰ পিচল খোৱা ঠাইতেই খোপনি লৈ উঠে। এজন পৰিশ্ৰমী খেতিয়কে কেৱল বতৰৰ ওপৰতে খেতিটো এৰি নিদিয়ে। মাটি চহাওতে গৰুহাল, নাঙলটোতকৈ নিজ হাতৰ মুঠিটোৰ ওপৰত বেছি নিৰ্ভৰ কৰি চলে। পথাৰত লাহনি মাৰোতে লাহনি খনত কৈ নিজৰ বাউসিৰ বলতহে নিৰ্ভৰ কৰে। খৰাং বতৰত ডোং দি দূৰৰ পৰা পানী আনি পথাৰত বোকা দি ধান ৰোৱে। সোৰোপাৰ সেই সাহ আৰু বাহুবল নাই। বতৰৰ পানী লৈ খাপ লওঁতে লওঁতে তলিতে কঠিয়া গঁঠিয়া হয়। শগুণ যে আত্মনিৰ্ভৰশীল। নিজৰ হাতীকণিয়া পাখি ডুখনৰ ওপৰত নিৰ্ভৰ কৰি লোকে চলোৱা চোতাল যেন বহল পাখী লগোৱা আকাশী ৰথতকৈও উৰ্দ্ধগামী হৈ মেঘলোকৰ সিপাৰে বনাই ফুৰিবলৈ সক্ষম হয়।

আত্মনিৰ্ভৰশীল লোকৰ আত্ম-সম্মানো গাৰ লগৰ ছাঁৰ দৰে। তেনে জনে লোকৰ ওচৰত হাত পাতি সোণৰ লাক মোনাত ভৰোৱাত কৈ বাৰীত কোৰ মাৰি চপৰা চপৰে মাটি লুটিয়াকে শ্ৰেয়কৰ বুলি ভাবে। তাতেই তেওঁ নিজৰ জোখাৰে সোণ-ৰূপ ছেতিয়াই থোৱা দেখিবলৈ পায়। লোকৰ ঘৰত আলহী খাই পেট প্ৰবৰ্ত্তোৱাতকৈ ভুসাজ লঘোন দিয়াও ভাল; এই আত্মসম্মান-বোধত তেওঁ একাদশীব্ৰত মাহাত্ম্য অনুভৱ কৰে। লোকক মাগি খুজি আনি জহা চাউলৰ ভাত-

গাল খোৱাতকৈ নিজে হাল বাই, চহাই, সিঁচি, নিবাই, মৈয়াই, দাই, চপাই নিজৰ ভঁৰালত আনি স্নুমুৰা আহু-ধানৰ আধা-কৰ্বা চাউল গালৰ ভাত মুঠিত বেছি তৃপ্তি পায়।

আত্মনিৰ্ভৰশীল লোকে ভাল কৰে বুজে যে গছপুলি টোৱেও নিজৰ শিপাবেহে মাটিৰ পৰা ৰস টানি প্ৰকাণ্ড বিৰিখত পৰিণত হ'ব পাৰে। মাটিত ভাল কৰে নিশিপোৱালৈকেহে সাবজাবৰ পানী দি বেৰি কুৰি ৰাখিব লগাত পৰে। সিমানকণেই লোকৰ ওপৰত নিৰ্ভৰ। চৰাই পোৱালী-টোৱেও নিজে খুটি খাব পৰা নোহোৱালৈকেহে মাকে পোক-পৰুৱা গছৰ গুটি কঢ়িয়াই মুখত ভৰাই দিয়ে। পাখি গজি ডেউকা কোবাই খাব নোৱাৰালৈকে ইডাল-সিডাল কৰি ফুৰোতে সহায় কৰে। ল'ৰায়ো থিয়ডভা দিব নোৱাৰালৈকে হাতত ধৰি খোজ কাঢ়িবলৈ শিকোৱা হয়। ডাড়ি ঠুটিৰা ডেকা এজনক সেইদৰে হাতত ধৰি খোজ কঢ়োৱা হাঁহি উঠা কথা হ'ব। তেওঁ জানে যে পৃথিবীখন আকৰ্ষণ-বিকৰ্ষণৰ মাজতো নিজ কক্ষত হে ঘূৰে।

ব্যক্তিগত জীৱনত আত্মনিৰ্ভৰশীলতাৰ মূল্য যিমান, সামাজিক জীৱনত ততোধিক। নগণ্য একোডাল তৃণ গোটাই গুণজৰি কাটি লৈ তাৰে একোটা বনৰীয়া হাতী বান্ধিব পাৰি। সমাজত সমূহৰ শক্তি তদ্ৰূপ। আত্মনিৰ্ভৰশীল একোখন সমাজ, পৰমুখাপেক্ষী একোখন দেশতকৈও শক্তি-শালী। আত্মনিৰ্ভৰশীল সমাজৰ কাৰ্য্যপন্থা স্বকীয়া। নামঘৰৰ হাতীটো লুকাই থাকিব পৰা খুটাটো তুলিবলৈ বৈজ্ঞানিক যন্ত্ৰপাতিলৈ অপেক্ষা নকৰে। সকলোৱে নিজৰ মিলিত বাহুবল দি, তাক কুহিলাৰ দৰে পাতল কৰি লৈ, চকু পচাৰতে তুলি পেলায়। নিজে মূৰ দোৱোঁৱা নাম ঘৰটো সাজোতে, চালত পৰৰ ভৰি পেলাবলৈ নিদিয়ে। সমাজৰ আত্মশক্তিৰে কৰিব পৰা সকলো কামকেই এইদৰে আত্মনিৰ্ভৰশীল হৈ সমাধা কৰে। তেনে সমাজে খাবৰ সময়ত খাবলৈ পায়; শুবৰ সময়ত শুবলৈ পায়। শ্ৰমাস্বাদ আৰু বিশ্ৰামৰ তৃপ্তি লাভ কৰি বিনন্দীয়া সুখৰ জীৱন গঢ়ি তোলে। তেনে আত্মনিৰ্ভৰশীল সমাজৰ চিন্তাধাৰা ত্ৰিবেণী সঙ্গম ঘাট। কৰ্ম্মক্ষেত্ৰ ফলপ্ৰসূ হয়, ব্যক্তিগত আচৰণ সমাৰ্জ্জিত হৈ সমাজৰ শুচিত্ব ৰক্ষা কৰে।

আত্ম-নিৰ্ভৰতাৰ চৰম দৃষ্টান্ত পোৱা যায় এটা আত্মনিৰ্ভৰশীল জাতিৰ কাৰ্য্যকলাপত। এনে জাতিৰ কাৰ্য্য-কলাপে স্বৰাজ স্থাপন কৰে। সাম্ৰাজ্যবাদৰ শাসন আৰু শোষণনীতি সমৰ্থন নকৰে, পৰৰ মুখৰ গ্ৰাসেৰে নিজৰ পেট নভৰায়। বৈজ্ঞানিক বুদ্ধি কৌশলেৰে দেশৰ সম্পদ বৃদ্ধি কৰে। কিন্তু, তাৰেঁ সাধুৰ মুখা পিন্ধি চোৰৰ সিন্ধি একোটা নিদিয়ে; বৰং তাৰে আন আন দেশ আৰু জাতি যাতে উপকৃত হ'ব পাৰে। এনে আত্মনিৰ্ভৰশীল জাতি গোষ্ঠীয়ে আন্তৰ্জাতিক সম্বন্ধ স্থাপন কৰিবলৈ সমৰ্থ হয়। তেতিয়া জগতখন সূচ্যগ্ৰভূমিৰ কাৰণ কুৰুক্ষেত্ৰ নহৈ চিৰ-বাঞ্ছিত বৈকুণ্ঠপুৰী হৈ উঠা সম্ভৱ।

আত্মনন্দীহাস লোক আত্মনিৰ্ভৰশীল হ'ব নোৱাৰে। হাফোলা-হাফোলে তামোল গছত উঠিব পৰা এজনে যদি পদূলীৰ তামোলৰ সাকোঁডাল বগাবলৈ ইতস্ততঃ কৰে, তেন্তে তেওঁৰ ভৰি পিচলিব'ই। তেওঁ খোজে পতি উজুটি টোকেহে দেখে। নিজৰ বাউঁসিৰ ওপৰত বিশ্বাস

নকৰি, ভয়ত থৰক বৰক লাগি, সদাগৰী পাঞ্চ নাওখনে ডকাৰ থিয়পোতা দিয়াই সৰ্ব্বস্বান্ত হয়। এনে লোকে নিজে ধনবস্তু ঘটা দূৰে থাকক, বোপা ককাৰ সা-সম্পত্তিকো চলাই খাবলৈ সাহ নকৰে। সেইহত, নিজৰ ভৰিত থিয় হব ক'ত? বগুৰা বায়ো যাবলৈ ভয় কৰে। মুখত চূণ দিয়া জোকটোৰ দৰে সকলো কামতে কোচ খাই আছে; আনৰো কামত হেঙাৰ হৈ পাৰে। এনে লোকৰ সঙ্গত আনৰো আত্মনিৰ্ভৰ শক্তি কমি আহে। আত্মনন্দীহাস লোক কেৱল নিজৰেই নহয়, সমাজৰো, ভ্ৰমান্তক বছিৰ সাপটো।

আত্মনিৰ্ভৰতা বিনিময়-বজাৰত সলাব পৰা বস্তু নহয়। ই স্বপ্ন-লব্ধ মহৌষধিৰ দৰে নিজে বনপাত বিচাৰি আনি, ধুই মেলি, থেতালি, দৰবৰ খোলত পিহি ৰস উলিয়াই নিজহাতে দিয়া বস্তু। সস্তীয়া দৰবৰ দোকানত তাক পাব নোৱাঁৰি। ভীম-কায় হলেও নিজৰ শৰীৰটো নিজৰ ভৰিয়েহে অবাধে লৈ ফুৰিব পাৰে। কলগছ যেন কলাফুলৰ ভৰি থকা এজন লোকে কান্ধত আন কেছুৱা এটা লৈ যাওঁতেও কষ্ট পায়। নিজ চৰণৰ ওপৰত ভৰ দি নিজে গৈ নোলালে মৃত্যুভয়েও এজনৰ মৰণৰ ঠাই সতকাই উলিয়াব নোৱাঁৰে। এজন মেধাবী ছাত্ৰয়ো যদি নিজে আত্মপ্ৰয়োগ নকৰি, কেৱল ঘৰুৱা শিক্ষকৰ মুখত শুনা কথাৰ ওপৰতে নিৰ্ভৰ কৰি থাকে, তেওঁ পৰীক্ষাত অকৃতকাৰ্য্য হ'লে আচৰিত হবলগীয়া কথা নহয়। শিপিনী এগৰাকীয়ে নিজে কাঠি তুলি, ফুল বাছিবলৈ নিজৰ হাত নচলাই, গৰকা নসলাই; যদি তাঁতপাতত বহি কেৱল চানেকী খনলৈকে চাই থাকে, ফুলাম কাপোৰ তোলোথাত মেৰখোৱা আশা কৰিব নোৱাৰে। বীজমন্ত্ৰ গায়ত্ৰী, শাস্ত্ৰৰ বচন সঁচা, কিন্তু তাক নিজেহে জপ কৰিব পাৰি! আনৰ হতুৱাই সেই কাম সিদ্ধ হব নোৱাৰে। জীৱনৰ সাথঁৰ নিজেহে ভাঙিব লাগিব। আনৰ হাতত তাৰ উত্তৰ নাই। আত্মনিৰ্ভৰতা আত্ম-অনুশীলনৰ যোগাসন, আত্মদৰ্শনৰ নখ-দৰ্পন।

নিজক নিজে নাতাৰিলে আনে তাৰোতা নাই—এই কথাষাৰতেই আত্মনিৰ্ভৰতাৰ মৰ্ম্মখিনি সোমাই আছে। ইয়াৰ প্ৰাণৰ অৰ্থই হৈছে সৰ্ব্ববিধ প্ৰতিকূল অৱস্থাৰ পৰা মুক্তিলাভ। চাৰিমূঠি জীৱৰেই স্বভাৱ—আত্মনিৰ্ভৰশীল হোৱা। গুটিটোৱে নিজৰ ওপৰতে নিৰ্ভৰ কৰি বাঢ়ি গৈ ফলফুলে, ডালেপাতে, সুশোভিত হৈ আত্মপ্ৰসাৰ কৰিছে। চৰায়ে পাখি দুখনতে নিৰ্ভৰ কৰি বতাহ ঠেলি আকাশৰ উৰ্দ্ধলোকলৈ যাব পাৰিছে। ৰাজহংসই নিজৰ ঠেঙৰ তলুৱা দুখনেৰেই পাবি দি একোখন প্ৰকাণ্ড বিলৰ সাজজোপাৰ মাজদিয়েই পাৰ হৈছে। মানুহে নিজৰ ভৰি দুটাৰ ওপৰতেই নিৰ্ভৰ কৰি যোজন পথ হেলাৰঙে অতিক্ৰম কৰিছে। উন্নতিৰপথত আত্মনিৰ্ভৰতা অন্ধকাৰ ৰাতিও দূৰৰ পৰা দেখা জোঁৰটাৰ; পিতনিত নি পেলোৱা ধনগুলৈৰ জুই নহয়। মানুহৰ উন্নতিপথত বাধা যদিও অনেক, তথাপি পাৰিপাৰ্শ্বিক অৱস্থাৰ স্বাভাৱিক টনা-আজোৰাৰ মাজতো প্ৰত্যেকজন লোকে নিজৰ কৰ্ম্মপথ নিজে উলিয়াই লৈ আগবাঢ়িবই লাগিব। ইয়াত হাত ধৰা টান। আত্মোন্নতিৰ বীজ নিজৰ আত্ম-শক্তিত সিঁচি থোৱা আছে। তাৰ আভ্যন্তৰিণ চেতনাই উন্নতিৰ বিকাশ, বিস্তাৰ আৰু প্ৰতিস্থা। সৃষ্টিৰ আদিকাৰণ বীৰ্য্য-শক্তিৰ নিজৰ বৰ্দ্ধিষ্ণু স্বভাৱেই আত্মনিৰ্ভৰশীল জগতৰ আহি́।

# বাল্মীকিৰ কথা

[ ৰামায়ণৰ পাতনি ]

অধ্যাপক কিৰণচন্দ্ৰ শৰ্ম্মা

মই যেতিয়ালৈকে ৰত্নাকৰ দস্যু হৈ থাকোঁ, তেতিয়ালৈকে বাল্মীকি হৈ মহাকাব্য ৰচনা কৰিব নোৱাৰোঁ। মোৰ দস্যুতা সকলো পৰিহাৰ কৰি চিৰন্তন পুৰুষস্বৰূপ বিৰাট আনন্দময় ৰূপ স্মৰি বহুদিন ধ্যান কৰি শেহত যেতিয়া মুক্তি পাম, তেতিয়া মোৰ শৰীৰৰ শক্তিসমূহ ক্ষয়প্ৰাপ্ত, কিন্তু অন্তৰাত্মা উঠিব সজাগি—তেতিয়াহে মই বাল্মীকি হ'ম। এই কথা মোক সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই কৈছে, ব্ৰহ্মাৰ পুত্ৰ নাৰদে কৈছে। চৰাই-এযোৰৰ এটাৰ মৃত্যুত আনটোৰ দুৰ্গতি দেখি মোৰ অন্তৰ কান্দি উঠিল। তাৰ প্ৰতিবাদকল্পে উচ্চাৰিলোঁ প্ৰথম শ্লোক। জগতৰ সকলো জীৱৰ প্ৰতি দয়া, সমবেদনা আৰু অন্যায়ৰ বিৰুধিতা মোৰ অন্তৰৰ আৱশ্যকীয় সমল। ইয়াৰ অবিহনে মই কবি হব নোৱাৰোঁ। মোৰ শ্লোক আপোনা-আপুনি মুখৰপৰা ওলাল। আগেয়ে মই ভবা নাছিলোঁ এইখিনি শ্লোক উচ্চাৰণ কৰিম বুলি। মই ভাবি-চিন্তি অলঙ্কাৰ প্ৰয়োগ কৰি ছন্দ নিৰূপণ কৰি এই শ্লোক প্ৰকাশ কৰা নাই। মোৰ হৃদয় কাৰেঙৰপৰা কবিতা দেবীয়ে নিজেই সুসজ্জিতা হৈ ওলাই আহিছে। অৱশ্যে ইমানদিনে মই তেওঁৰ ৰূপ কামনা কৰিছিলোঁ। তেওঁক কেনেকৈ জগত-সুন্দৰী কৰি তুলিম তাৰ আন্তৰিক যোজনা কৰিছিলোঁ। তেওঁ তেনেহলে ইমানদিনে মোৰ অন্তৰৰ ছো-ঘৰত প্ৰস্তুত হৈ আছিল। আজি হঠাৎ "নিৰ্ঝৰৰ স্বপ্নভঙ্গ" হ'ল। অন্তৰ আৰু বাহিৰৰ বিশাল বিশ্বৰ প্ৰথম সম্মিলন ঘটিল। মোৰ আজি "হৃদয় গেল খুলি।" এতিয়া এই মুকলি দুৱাৰেদি বিশ্বখন মোৰ ভিতৰলৈ আহে আৰু মোৰ অন্তৰখন বিশ্বলৈ ওলাই যাব পাৰে। কবিতা এই মুকলি দুৱাৰ। এই দুৱাৰত কোনো প্ৰহৰী নাই, ইয়াৰ কাষত কোনো সিংহই গৰ্জ্জন কৰি নাথাকে। ইয়াৰ চৌ কাঠত 'আমডালি' লগোৱা আছে, ফুলৰ মালা আঁৰা আছে। কাষত আছে মঙ্গল-ঘট। মঙ্গল-ঘটৰ ওপৰে কাষৰে সুগন্ধি ধূপ জ্বলিছে, ধুনাৰ সুগন্ধে চৌদিশ সুৰভিত কৰিছে। মাটিত আঁকা আছে জোনাকৰ আল্পনা।

এই সুন্দৰৰ ৰাজ্যখনত চৰাই এটাৰ বেজাৰৰ চিঞৰো সত্য নহয়। এই ছন্দতালৰ মধু সমাবেশৰ সঙ্গীত-সভাত বিসদৃশ ধ্বনিৰ ঠাই নাই। ই কবি-শিল্পীৰ কল্পনাৰ সপোন ভাঙি চূৰমাৰ কৰি দিয়ে পলকতে। ইয়াত লাগে লয়, সমন্বয় শান্তিৰ সামঞ্জস্য, লাগে তাল, লাগে ছন্দ, লাগে

বৰ্ণ, গন্ধ, লাগে আনন্দ। চিৰন্তন পুৰুষ আনন্দৰ প্ৰতিমূৰ্ত্তি। নিৰানন্দ বা বেজাৰ তেওঁৰ চন্দ্ৰমুখৰ আগত কলাভাৰৰ সদৃশ। নিৰ্ম্মল বহল আকাশকো বুকুত লৈ তেওঁ আছে। চন্দ্ৰত কলঙ্ক আছে, তেওঁত নাই।

মই এই মাত্ৰ মুক্তি-স্নান কৰি আহিছোঁ। মোৰ হাতত আগৰ দস্যু-ৰত্নাকৰৰ মাৰণাস্ত্ৰ নাই; আছে কমণ্ডলু-ভৰা সুশীতল শান্তি-জল। মোৰ গা-মূৰ ক'তো বিলাসৰ সামগ্ৰী নাই; আছে জটা, আছে গৈৰিক বসন, আছে জপৰ মালা। মই কাৰো অপকাৰ চিন্তা কৰিব নোৱাৰোঁ। ব্যাধটোক চৰাই মাৰিবলৈ বাধা দি মই জানো তাক অনাহাৰত মৃত্যু-মুখত পৰিবলৈ কৈছোঁ? কিয় সি খেতি-বাতি নকৰে? কিয় সি গৰু গাই পালন নকৰে? কেৱল শাৰীৰিক খাদ্য বিচাৰিয়েই সি অৰণ্য চলাথ কৰিব? আত্মিক খাদ্য তাক অলপো নালাগেনে? মই তাক শাওঁ দিছোঁ; ব্যাধ হৈ সি কেতিয়াও প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰে। তাৰ মানে, তাক মৰিবলৈ শাওঁ দিয়া নাই। ব্যাধ-বৃত্তি এৰি মানৱ-বৃত্তি গ্ৰহণ কৰিলে সি নিশ্চয় প্ৰতিষ্ঠা লাভ কৰিব। ময়ো দেখোন এসময়ত নিষ্ঠুৰ ঘাতক দস্যু আছিলোঁ। মই এতিয়া বিশ্ব-মানৱৰ আদৰ্শ হ'ব পাৰোঁ বুলি ক'ব নোৱাৰোনে? মই মোৰ জীৱনটো আগধৰি গঢ়ি লৈছোঁ, এতিয়াহে কাব্য ৰচিবলৈ ল'ম। নিজে শুদ্ধ নোহোৱাকৈ শুদ্ধ আদৰ্শৰ প্ৰচাৰ কৰিম কেনেকৈ? এইটো এটা দৰকাৰী কথা।

চৰাইৰ কোমল বুকু আৰু চোকাকাঁড়ৰ জানো কিবা মিল হয়? এই মিলত সৃষ্টি নাথাকে, হয় ধ্বংস। এই মিলত ছন্দ নাই, আনন্দ নাই; আছে প্ৰলয়, আছে মৃত্যুৰ মহাক্লেশ। মানুহজাতিয়েও প্ৰতিষ্ঠা লাভ কৰিব তেতিয়াহে যেতিয়া তাৰ উচিত মানৱীয় কৰ্ম্মবোৰ সি কৰিবলৈ ল'ব।

মোক ব্ৰহ্মাই শিকাই থৈ গ'ল, মই এতিয়া এই ছন্দ ব্যৱহাৰ কৰি ৰামকাহিনী ৰচনা কৰিব লাগে। ছন্দ নোহোৱাকৈ জানো নোৱাৰোঁ? ভৰি নোহোৱাকৈ খোজ কাঢ়িব জানো পাৰিম? ৰাম-কাহিনী ৰচনা কৰি মই কি বাণী জগতক শুনাব পাৰিম? ই "মানৱ-প্ৰতিষ্ঠা"ৰ বাটত কিবা সহায় হ'বনে? ৰামতো এজন সাধাৰণ মানুহ; এওঁ দেৱতা নহয়, ঈশ্বৰ নহয় নাইবা মহাবিক্ৰমী অসুৰ-দানৱো নহয়। পৃথিৱীৰ সৰু ভূমি এখণ্ডৰ এওঁ ৰজা হ'ব লগীয়া আছিল। কিন্তু তাৰো ৰজা হবলৈ নাপালে। যেতিয়া ভোগৰ কাল আৰম্ভ হ'ল, তেতিয়া এওঁ ত্যাগ কৰিবলৈ আৰম্ভ কৰিলে। যেতিয়া থাকিব লাগিছিল ৰাজ-কাৰেঙত, তেতিয়া থাকিব লগা হ'ল অৰণ্য অঞ্চলত। লগত প্ৰাণময়ী পত্নী আছিল লগত; যেতিয়া তেওঁৰ সঙ্গৰ একান্ত প্ৰয়োজন আছিল সেই সময়তে পত্নী হ'ল অন্তৰ্হিত। নিজৰ লগত নাই ৰাজসৈন্য, নাই অস্ত্ৰ-শস্ত্ৰ, যুদ্ধৰ বৰ্ম্ম,— গাত বাকলি, এই সময়ত যুঁজিব লগা হ'ল বিৰাট অসুৰ-শক্তিৰ বিৰুদ্ধে! মানুহৰ ৰজা হৈ পৰিচালনা কৰিবলগা হ'ল জন্তুৰ সৈন্যবোৰ। চেনেহৰ আপোনজন কাষত কোনো নোহোৱা হ'ল; থাকিল মাত্ৰ এটা ডাঙৰ জন্তু, যাৰ ওপৰত তেওঁ সকলো কথাতে নিৰ্ভৰ কৰিবলগা হ'ল—আনকি ভায়েকৰ মৃত্যুৰ সময়তো।

এয়ে হ'ল ৰামৰ কাহিনী।

এটা অতি দুখলগা মানৱ জীৱনৰ বিবৃত্তিয়ে চিৰকালৰ বিশ্বমানৱক উন্নত হবলৈ প্ৰেৰণা দিব পাৰিবনে ?

কিন্তু ব্ৰহ্মা, সৃষ্টি কৰ্ত্তা, "প্ৰজাপতি"য়ে কৈছে যেতিয়া লিখিবই লাগিব। তেওঁ নিশ্চয় ইয়াৰ ভিতৰতে সৃষ্টি ৰক্ষাৰ কিবা উপায় বিচাৰি পাইছে। মোৰ মাধ্যম লৈ সৃষ্টি কৰ্ত্তাই তেওঁৰ উদ্দেশ্য পূৰণ কৰিছে। মই জীৱোন্মুক্ত মানুহ। কোনো খ্যাতিৰ কাৰণে, কোনো সম্পদৰ কাৰণে লোভ কৰি এই ৰামায়ণ মই লিখা নাই। কোনো ধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যও মোৰ নাই—যদি কিবা ধৰ্ম্ম আছে তেন্তে সি 'মানৱ-ধৰ্ম্ম'। এই ধৰ্ম্মই অসুৰৰ দেশ লঙ্কাও জিনিছে। লঙ্কা সোণেৰে নিৰ্ম্মিত আছিল, কিন্তু এই সোণ অহঙ্কাৰ-অবিচাৰ, অসত্য গতিকে সি পোৰা যাব পাৰে। সত্যৰ কুটিৰৰ কুটা এডালো অগ্নিয়ে স্পৰ্শ কৰিব নোৱাৰে। যি অগ্নিয়ে লঙ্কা পুৰি ছাই কৰিলে সেই অগ্নি কেৱল অগ্নি নহয়। এই অগ্নি মোৰ অন্তৰৰ পৰা ব্যাধে চৰাই-মৰা মুহূৰ্ত্তত বাহিৰ হৈছিল, সিয়ে গৈ সোণৰ লঙ্কা ছাৰখাৰ কৰিলে। এই অগ্নি এতিয়াও জ্বলি আছে, ৰাৱণক চিৰকাল ধৰি পুৰি মাৰিছে—যাতে তাৰ আৰু পুনৰ্জ্জন্ম হ'বৰ সুবিধা নহয়, জগত তোলপাৰ কৰিবৰ তাৰ আৰু উপায় নহয়।

মই বাল্মীকি, মই মহাকবি, মই শৰীৰেৰে জগতত চিৰকাল বিদ্যমান নহওঁ। যি শৰীৰ উঁয়ে খাই অন্ত কৰিব পাৰে, মহাকালৰ সমুখত সি আৰু কি ? কিন্তু মোৰ অগ্নিবচন থৈ গ'লোঁ। এই অগ্নি আকাশৰ নক্ষত্ৰে নক্ষত্ৰে জ্বলিছে। প্ৰতি ৰামায়ণ-শ্ৰোতা আৰু পঢ়োঁতাৰ অন্তৰতে এই অগ্নি জ্বলিব।

ৰামায়ণ কেৱল "কৰুণাৰ ৰস নিজৰাই" নহয় ; ই চিৰজ্বলন্ত অগ্নিৰ পুঞ্জ মহাসূৰ্য্য।

---

# সঙ্গীত সম্রাট

## [ পণ্ডিত ওঙ্কাৰ নাথ ঠাকুৰ ]

শ্ৰীউমেশ ঠাকুৰ (তৃতীয় বাৰ্ষিক ঃ কলা)

ৰাজঋষি শ্ৰীশ্ৰীভর্তৃহৰিয়ে কৈ গৈছে, "সাহিত্য, সঙ্গীত আৰু কলাবিহীন লোক সাক্ষাৎ পশুতুল্য।"

চৌষষ্ঠি কলাৰ ভিতৰতে সঙ্গীত এটি শ্ৰেষ্ঠ কলা। সঙ্গীতে এখন সমাজক তথা এটা জাতিক উন্নতিৰ জখলাত খোপে খোপে উঠাই নিবলৈ সক্ষম হয়। সঙ্গীতে প্ৰাণৰ অনুভূতি প্ৰকাশ কৰি সকলোকে বিমল আনন্দ দিয়ে। পৃথিৱীত আজিলৈকে এনে মানুহ ওলোৱা নাই যি সঙ্গীত শুনি বেয়া পায়। মানুহ কিয়, বনৰীয়া হিংস্ৰ জন্তুৰেও সঙ্গীতৰ আগত পৰাজয় স্বীকাৰ কৰিবলৈ বাধ্য হয়। বিষাক্ত সাপেও যোগীৰ পেঁপাৰ মাতৰ তালে তালে তাৰ বিষ থকা জিভা উলিয়াই নাচিবলৈ ধৰে। ভগৱান কৃষ্ণৰ মুৰুলীৰ মধুৰ তানত গোকুলৰ গৰুবোৰ ল'ৰি আহিছিল; গোপী সকলে আহাৰ পানী এৰি তেওঁৰ কাষ পাইছিলহি। হৰিদাসে তেওঁৰ সঙ্গীত কলাৰ সাধনাৰ মাজেৰে ভগৱানৰ মন জয় কৰিব পাৰিছিল। মিঞা তানসেনে 'দীপক' ৰাগেৰে ঘুমাই যোৱা চাকিকো জ্বলাই তুলিছিল; 'মল্লাৰ' ৰাগ গাই বৰষুণ নমাইছিল। এজন মনিষীয়ে কৈ গৈছে—"Music when healthy is the teacher of perfect order; and also when depraved the teacher of perfect disorder."

আন এজনৰ মতে "যি জন মানুহে সঙ্গীত শুনিবলৈ ভাল নেপায় আৰু যি জনে ফুল ভাল নেপাই সেই জন মানুহেই পৃথিৱীৰ আটাইতকৈ নিষ্ঠুৰ হৃদয়ৰ মানুহ।"

আজি মই ইয়াত সঙ্গীতৰ বিষয়ে আলোচনা কৰিবলৈ হাতত কলম লোৱা নাই। সঙ্গীতৰ নিচিনা এটা বিষয়ৰ আলোচনা কৰি এটা প্ৰবন্ধ লিখিবলৈ মোৰ সিমানখিনি জ্ঞান বৰ্ত্তমান নাই। মোৰ মাথোন সঙ্গীতৰ প্ৰতি আছে—এটা জীৱন্ত প্ৰেম। সঙ্গীতক মই ভগৱান ৰূপে ধ্যান কৰোঁ; সেই কাৰণেই আজি এজন ভাৰতৰ শ্ৰেষ্ঠ সঙ্গীতজ্ঞৰ চমু চিনাকী মোৰেই নিচিনা সঙ্গীতপ্ৰিয় ছাত্ৰ-ছাত্ৰী বন্ধু সকললৈ আগবঢ়ালো।

মই আজি যি জন মহান ব্যক্তিৰ বিষয়ে আলোচনা কৰিব খুজিছো সেইজন কোনো ডাঙৰ ৰাজনীতিজ্ঞ নহয়; অথবা এটম বোমা, হাইড্ৰোজেন বোমা বা স্পুটনিক্ উৰাব পৰা বৈজ্ঞানিকো নহয়। কিন্তু ওপৰত উল্লেখ কৰা কোনো এজনতকৈও তেখেত হীন নহয়। তেখেত হ'ল ভাৰতৰ এজন শ্ৰেষ্ঠ সঙ্গীত তপস্বী পণ্ডিত ওঙ্কাৰ নাথ ঠাকুৰ।

ইংৰাজী ১৮৯৭ চনত এই প্ৰসিদ্ধ সঙ্গীতজ্ঞজনৰ জন্ম হয়। পণ্ডিতজীৰ বংশটোৱেই সঙ্গীতৰ কাৰণে বিখ্যাত; সঙ্গীতত একান্ত বিশ্বাস থকা এটা বংশত জন্মগ্ৰহণ কৰি, এইজন মহাপুৰুষে তেখেতৰ সঙ্গীতৰ সোৱাদ সকলোকে দিছে। তেখেতৰ সংগীত প্ৰেম বংশানুগত। নিচেই সৰু কালৰে পৰা, এই সঙ্গীত-মাৰ্ত্তণ্ডেয় জনে সঙ্গীত সাধনা আৰম্ভ কৰি, আজি পৰ্য্যন্ত এজন প্ৰকৃত সাধক ৰূপে এই সাধনাতে ন্যস্ত আছে। অনুপম তেখেতৰ এই সঙ্গীত চৰ্চ্চা, অতুলনীয় তেখেতৰ আদৰ্শ! তেখেতৰ এই তপস্যা, এই মহান ব্ৰত কেতিয়াবা জানো শেষ হ'ব?

পণ্ডিত ওঙ্কাৰ নাথ ঠাকুৰৰ প্ৰথম সঙ্গীত কলাৰ বিকাশ পায় নেপালৰ ৰাজদৰবাৰত। আজিও সেই দেশৰ জনসাধাৰণে পণ্ডিতজীৰ নাম শুনিলে দূৰৰ পৰাই মূৰ দোঁৱায়। ইউৰোপৰ ফ্লোৰেন্সত হোৱা আন্তৰ্জাতিক সঙ্গীত সন্মিলনত এইজনা মহান-সঙ্গীতজ্ঞই যোগদান কৰিছিল। সেই আন্তৰ্জাতিক সঙ্গীত-সমাৰোহত, ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ সোৱাদ ইউৰোপীয় সঙ্গীতপ্ৰেমী সকলৰ মাজত বিলাই দি, এই সঙ্গীত-বিদগ্ধ পণ্ডিতজনে, ভাৰতীয় সঙ্গীতৰ এখন উল্লেখযোগ্য আসন বিশ্বৰ দৰবাৰত প্ৰতিষ্ঠিত কৰিলে। উক্ত সন্মিলনত পণ্ডিতজীৰ খ্যাতি অতুলনীয়। ১৯৪৮ চনত শ্ৰীকলা-সঙ্গীত-ভাৰতীৰ আচাৰ্য্য পদ গ্ৰহণ কৰি পণ্ডিতজীয়ে কাশী হিন্দু বিশ্ববিদ্যালয়ৰ পূৰ্ণতাৰ বাবে যথাশক্তি সাহায্য দিয়ে। তেখেতৰ কণ্ঠত যি এবাৰ "যোগী মত যা," "মৈয়া মেৰী মৈ্যে নাঁহি মাখন খায়ো" ভজন শুনিছে তেওঁ কেতিয়াও পণ্ডিতজীৰ মধুৰ কণ্ঠৰ কথা পাহৰিব নোৱাঁৰে। ইয়াৰ উপৰিও "কন্হৈয়া নাৱ কৰে মেৰি পাৰ" ভজনটিও সঙ্গীত মহামহোদয় জনৰ জনপ্ৰিয় ভজন। তিনিকুৰি বছৰৰ ডেওনা পাৰ হৈ যোৱা এই বৃদ্ধ গায়ক জনে, এই বুঢ়া বয়সতো যি মধুৰ কণ্ঠেৰে তেখেতৰ সঙ্গীত প্ৰদৰ্শন কৰে তাক দেখিলে বিস্ময় মানিব লাগে। যোৱাবছৰ যোৰহাটত হৈ যোৱা সদৌ অসম সঙ্গীত সন্মিলনত ডিচেম্বৰ মাহৰ ঠেতুৱৈ ধৰা, ওঁঠ কপা জাৰত, পণ্ডিতজীয়ে যেতিয়া তেখেতৰ সঙ্গীতৰ সঁফুৰা মেলি দিছিল তেতিয়া হাজাৰ হাজাৰ দৰ্শকে ভক্তি আৰু বিস্মিত নয়নে সেই বৃদ্ধ জনক চাই মনত অফুৰন্ত আনন্দ লভিছিল।

ভাৰতৰ এই ঋষিতুল্য সঙ্গীতজ্ঞ জন বহুতো সন্মানেৰে বিভূষিত; তেখেত "সঙ্গীত মাৰ্ত্তণ্ডেয়," "সঙ্গীত সম্ৰাট" আৰু "সঙ্গীত মহামহোদয়" আদি শ্ৰেষ্ঠ উপাধিৰে সকলোৰে জনাজাত। ইয়াৰ উপৰি তেখেতে "পদ্মশ্ৰী" সন্মানও লাভ কৰিছে।

ওঙ্কাৰনাথজীৰ সঙ্গীত সাধনাক শ্ৰদ্ধা নকৰাকৈ কোনো সঙ্গীতজ্ঞই থাকিব নোৱাঁৰে। আজি-কালি বহুতো নাম থকা সঙ্গীতজ্ঞই, ৰঙ্গমঞ্চত তেওঁলোকৰ অনুষ্ঠান আগবঢ়োৱাৰ আগতে, সুৰাপান কৰি লোৱা দেখা যায়। এই প্ৰথাটোৱে যে সঙ্গীতৰ প্ৰতি অসন্মান প্ৰদৰ্শন কৰে তাক সঙ্গীত-প্ৰেমী সকলে জানে। ওঙ্কাৰনাথজীয়ে এনে সঙ্গীত শিল্পীক ঘৃণাৰ চকুৰে চাই। সুৰাপান কৰা সঙ্গীতজ্ঞ সকলক ৰঙ্গমঞ্চৰ পবিত্ৰতাৰ কথা সোঁৱৰায় দি পণ্ডিতজীয়ে যোৱা সদৌ অসম সঙ্গীত সন্মিলনৰ সভাপতিৰ ভাষণত তলত দিয়া মন্তব্যটো প্ৰকাশ কৰিছিল—"I wish to speak

a bitter truth for my artist brethren also. Artists should always remember that they are the Varadaputra of Mata Saraswati, they are heirs of Narada muni who was worshipped by Lord Vishnu and Sankar. We should cultivate such height of character as can be a model for society. Some of us come on the stage after taking some of the intoxicants. Bhagavati Bharati feels shy of such sons. Just as their is a stage etiquette in Europe, similarly Bharata Muni has declared the purity of the Rangamancha. It is a duty of all of us, including the artists and the audience that we donot allow our Rangamancha to be made impure by such people. If necessary, we may boycott them, but never should we create undesirable scene on the stage which may even indirectly pollute our mind and intellect."

এয়ে আছিল ৰঙ্গমঞ্চৰ বিষয়ে পণ্ডিতজীৰ স্পষ্ট অভিমত। উপৰুক্ত মন্তব্যটোৰ পৰা ওঙ্কাৰনাথজীৰ সঙ্গীতৰ প্ৰতি থকা অপূৰ্ব্ব প্ৰেম আৰু ৰঙ্গমঞ্চৰ প্ৰতি থকা অগাধ ভক্তি আদৰ্শনীয়। উক্ত মন্তব্যটোৱে পণ্ডিতজীৰ অনুগামী সকলক শ্ৰেষ্ঠ শিক্ষা দিব; তেখেতে এই "মাতা সৰস্বতী"ৰ ওপৰত একান্ত বিশ্বাস ৰাখি তেখেতৰ অনুগামী সঙ্গীত-চৰ্চ্চাকাৰী সকলে তেখেতৰ দৰেই সঙ্গীতত ব্যুৎপত্তি লভিব পাৰিব; তাত সন্দেহ নাই। ৰঙ্গমঞ্চলৈ পণ্ডিতজীৰ পবিত্ৰ ভক্তি আছে। তেখেতে বিশ্বাস কৰে, যিটো ৰঙ্গমঞ্চত তেখেতে তেখেতৰ সাধনাৰ দ্বাৰা লাভ কৰা সঙ্গীত প্ৰদৰ্শন কৰিব, সেইটো অকল মঞ্চই নহয়; সেইটো স্বয়ং "ভগৱতী-ভাৰতী"ক উপাসনা কৰা প্ৰকৃত উপাসকৰ বেদীহে। সেয়েহে যেতিয়া তেখেতে সঙ্গীত প্ৰদৰ্শন কৰিবলৈ মঞ্চলৈ উঠে, তাৰ আগে আগে একান্ত গদ্ গদ্ চিত্তে মঞ্চক প্ৰণিপাত জনায়। এইটো আমি নিজ চকুৰে দেখিবলৈ পাইছিলো। এনে ধৰণৰ পৱিত্ৰ বিশ্বাস থকা কাৰণেই পণ্ডিতজীয়ে এই বৃদ্ধ অৱস্থাটো তেখেতৰ সঙ্গীতৰ অফুৰন্ত সোৱাদেৰে সকলোৰে অন্তৰ জয় কৰিব পাৰিছিল; সকলোকে মোহিত কৰিছিল।

পণ্ডিতজীয়ে সঙ্গীত সাধনাক জীৱনৰ মহান ব্ৰত হিচাবে লৈছে। সেই কঠোৰ তপস্যাত তেখেতে আজীৱন নিমগ্ন থাকিব। যোৱা বছৰ অসমলৈ আহোতে তেখেতক সাক্ষাৎ কৰা এজন ব্যক্তিৰ পৰা আমি পণ্ডিতজীৰ সঙ্গীতৰ প্ৰতি থকা ভক্তিৰ বিষয়ে জানিব পাৰিছিলো। সাক্ষাৎকাৰীজনে কথা প্ৰথঙ্গত পণ্ডিতজীক সুধিছিল তেখেতে আৰু কিমান দিন সঙ্গীত সাধনা কৰিব। সেই প্ৰশ্নটোৰ উত্তৰত পণ্ডিতজীয়ে হাঁহি এটি মাৰি এইবুলি কৈছিল,—"মোৰ স্পষ্ট ধাৰণা এইটো যে, যি সাধনাৰে মই অগ্ৰসৰ হৈছো, ভগৱানে যি পথৰ পথিক কৰিছে, সেই অৱলম্বনতেই মই সম্ভৱতঃ এই জীৱনতে মুক্তিৰ ফালে আগবাঢ়িছো; মই নেজানো কিয় মোৰ অন্তৰ আত্মাই কয় যে, মোৰ পুনৰ জন্ম নহব। এতিয়ালৈকে মোৰ জীৱন সঞ্চালন

কিবা এটা অদৃশ্য শক্তিয়ে কৰিছে। মই নিজে একো ক'ব পৰা নাই। কেৱল তপস্যাৰ দ্বাৰা গ্ৰহণ কৰা যন্ত্ৰৰ দৰে হৈ পৰিছো। মই ভগৱানৰ দান গ্ৰহণ কৰিছো আৰু জনসাধাৰণক বিলাই দিছো।"

সঙ্গীতক ওঙ্কাৰনাথজীয়ে, ভগৱানৰ তপস্যাৰ দৰে গ্ৰহণ কৰিছে। সেই মহান তপস্যাৰ মাজেদি, আজি অতবছৰৰ সাধনাৰে, পণ্ডিতজীয়ে ভগৱানৰ আশীষ লভিবলৈ সমৰ্থবান হৈছে। স্বয়ং সৃষ্টিকৰ্ত্তাৰ ৰূপৰ মাজেদি সঙ্গীত সাধনা কৰি সঙ্গীত বৃক্ষৰ সুস্বাদু ফল নিজেই ভোগ কৰাৰ উপৰিও জনসাধাৰণক তাৰ সোৱাদ লভিবলৈ দি পণ্ডিতজীয়ে তেখেতৰ সঙ্গীতক অমৰ কৰি তুলিছে।

এনে এজন সঙ্গীতজ্ঞক আমাৰ মাজত পাইছিলো যোৱা বছৰ হৈ যোৱা সঃ অঃ সঙ্গীত সম্মিলনত। তেখেতৰ কণ্ঠৰ মধুৰ মুৰ্চ্ছনা এতিয়াও আমাৰ কানত বাজি আছে। এই খ্যাতনামা সুৰশিল্পীজনৰ নিজস্ব সুৰ-সংযোজনা কৰি গোৱা ঋষি বঙ্কিমচন্দ্ৰৰ অমৰ সংগীত "বন্দেমাতৰম"ৰ প্ৰতিটো শব্দই বহুতদিনলৈ আমাৰ মনত থাকিব। পণ্ডিতজীৰ মধুৰ কণ্ঠস্বৰে সকলোৰে অন্তৰ পৰশিছিল। তেতিয়াহে বুজি পালোঁ,—সঙ্গীত কি বস্তু আৰু বুজি পালো পণ্ডিতজীৰ সঙ্গীত সাধনাৰ শ্ৰেষ্ঠ আদৰ্শ। এবাৰ পণ্ডিতজীৰ মুখলৈ চালো; তিনিকুৰি বছৰ চেৰাই যোৱা এই বৃদ্ধজনৰ মধুৰ কণ্ঠত চকু থৰ হৈ গ'ল; মোৰ ওচৰত যেন তেতিয়া আৰু কোনোৱেই নাছিল। মই মাত্ৰ শুনিছিলো এই ঋষিজনৰ মধুৰ কণ্ঠৰ মাজেদি ওলোৱা "বন্দেমাতৰম" মাতৃবন্দনাৰ মধুৰ ঝঙ্কাৰ। বিৰাট সভামণ্ডপত হেজাৰ হেজাৰ দৰ্শকৰ ডিচেম্বৰ মাহৰ জাৰত সেমেকি থকা প্ৰাণ সেই মধুৰ মুৰ্চ্ছনাত আনন্দিত হৈ উঠিছিল। সেই অপূৰ্ব্ব মাতৃবন্দনাৰ প্ৰাণৱন্ত ৰূপে দৰ্শক সকলৰ প্ৰাণত অফুৰন্ত শিহৰণ তুলিছিল। আজিও সেই মধুৰ সুৰ আমাৰ কানত বাজি আছে।

"The music in my heart I bore,
Long after it was heard no more."

সঙ্গীতে পাষাণ হৃদয় কোমলাব পাৰে। সঙ্গীতে শিল গলাই পানী কৰিব পাৰিছিলনে নাই ক'ব নোৱাৰিলেও এইটো হ'লে—ক'ব পাৰো যে ওঙ্কাৰনাথজীৰ সঙ্গীতৰ লহৰীয়ে শিলতকৈও কঠোৰ হৃদয়ৰ ফেছিষ্ট নেতা মুছ'লিনিৰ চকুৰ লোতক উলিয়াইছিল। পণ্ডিতজীৰ কণ্ঠস্বৰ, তেখেতৰ ৰাগিনীৰ সম্মোহিনী শক্তি ইমান প্ৰৱল, তেখেতৰ সঙ্গীতৰ সুৰ ইমান অন্তৰ্স্পৰ্শী যে তাক তলত দিয়া উদাহৰণটোৰ পৰাই উপলব্ধি কৰিব পাৰি।

যোৱা মহাসমৰৰ সময়ত এই ভাৰতীয় সঙ্গীত সাধক জনে ইউৰোপ ভ্ৰমণ কৰিছিল। তেখেতে ইউৰোপ ভ্ৰমণ কৰি থকা সময়ত ইটালীৰ ডিক্টেটৰ মুছ'লিনীয়ে, তেখেতক ভাৰতীয় সঙ্গীত শুনাবৰ কাৰণে আমন্ত্ৰণ কৰে। তেওঁৰ আমন্ত্ৰণ ক্ৰমে পণ্ডিতজী ফেছিষ্ট নেতাজনৰ কাষ পালেগৈ। পণ্ডিতজীয়ে সঙ্গীত আৰম্ভ কৰিলে। এই সঙ্গীত সাধক জনৰ সঙ্গীতৰ যাদুকৰি ধ্বনিত কঠোৰ হৃদয়ৰ ফেছিষ্ট নেতাজন তন্ময় হৈ পৰিল; মুছ'লিনীৰ দুগালেদি চকুৰ পানী বৈ আহিল। এয়ে হ'ল ওঙ্কাৰ নাথ, এয়ে হ'ল ওঙ্কাৰ নাথৰ সঙ্গীতৰ সম্মোহিনী শক্তি।

আমি যথেষ্ট ভাগ্যৱান যে তেনে এজন সঙ্গীতজ্ঞৰ সুমধুৰ সঙ্গীত শুনিবলৈ পাইছিলো। সঁচাকৈয়ে অপূৰ্ব্ব তেখেতৰ কণ্ঠৰ সুললিত সুৰ; পৱিত্ৰ তেখেতৰ সঙ্গীত সাধনা।

আজি এই ঋষি তুল্য সঙ্গীত শিল্পী গৰাকীৰ অলপ মাথোন চিনাকী ছাত্ৰ-ছাত্ৰী বন্ধুসকলৰ মাজত ডাঙি ধৰি নিজেই গৌৰব অনুভৱ কৰিছো। তেখেতৰ সঙ্গীত-সাধনাৰ বিষয়ে লিখি শেষ কৰিব পাৰিম এনে দুঃসাহস মোৰ নাই।

অৱশেষত এই সঙ্গীত-বিদগ্ধ পণ্ডিতজনৰ প্ৰতি আন্তৰিক প্ৰণাম জনায় তেখেতৰ দীৰ্ঘজীৱন কামনা কৰি সামৰণি মাৰিলো। আকৌ কেতিয়াকৈ সেই পণ্ডিতজনক দেখা পাম, কেতিয়াকৈ তেখেতৰ মধুৰ কণ্ঠেৰে গোৱা সুমধুৰ সঙ্গীত শুনিবলৈ পাওঁ তাৰ আশা জানো এৰিব পাৰিম?

---

*"....সাহিত্যৰ ভাষা সততে প্ৰাঞ্জল আৰু সৰ্বসাধাৰণৰ বোধগম্য হলেহে তাৰ দ্বাৰা জাতীয় জীৱন গঢ়িত হব পাৰে নহলে সি জাতিটোৰ উন্নত এটা শ্ৰেণীক ফালি নি তাক নিশকতীয়া আৰু মৰামুৱা কৰে। কিয়নো ভাষাত অকল শিক্ষিতৰ আধিপত্য নৰজে ই জনসাধাৰণৰহে সম্পত্তি। সাহিত্যৰ ৰচনা কঠিন হলে সি ক্ৰমাত জন-সাধাৰণৰ ভাষাৰ পৰা নিলগ হৈ যায় আৰু শেষান্তৰত সি তাকৰীয়া পণ্ডিতমণ্ডলীৰ মাজতহে আৱদ্ধ হৈ ৰয়গৈ; গতিকে তাৰ দ্বাৰা এটা জাতিৰ আটাইবিলাক লোক এক গোট হৈ জাতীয় জীৱন সুগঠিত হোৱাত অন্তৰায় ঘটে। সেই বাবেই আজিকালিৰ উন্নত জাতিবিলাকে জাতীয় সাহিত্যত কোৱা-ভাষা আৰু লিখা-ভাষাৰ মাজত পাৰ্থ্য-মানে ওচৰ সমন্ধ ৰাখিবলৈ চায়। যি জাতিৰ সাহিত্য কোৱা ভাষাৰ পৰা যিমান নিলগ হৈ যায়, সেই জাতিৰ জাতীয় জীৱন সিমান ক্ষীণাবলৈ ধৰে আৰু অন্তত কেতিয়াবা তাৰ অস্তিত্বও লোপ পায়গৈ।"*

—পদ্মনাথ গোহাঞি বৰুৱা

(প্ৰথম অধিবেশন, ১৯১৭)

# —শুশ্ৰূষা—

শ্ৰীথুনু দেৱী —(প্ৰথম বাৰ্ষিক : কলা)

মানুহ মৰম ভিক্ষাৰী, য'তেই চেনেহৰ বিব্ শুনে, তালৈকে মানুহৰ প্ৰাণে ঢাপলী মেলিবলৈ উত্ৰাৱল হয়। জগতৰ চেনেহৰ সুৰে মানুহক বৈ বৈ মাতে বিভিয়াই, এই মৰমেই জীৱনৰ যত ক্লেশ-দুখ, হিংসা, দ্বেষ আতৰাই নিয়ে, এই খিনিতেই গগৈৰ এটি কবিতা মনত পৰে—

"মানুহে মানুহে যদি মৰমৰ মোল বুজে
মৰম নহয় সখি শাওনৰ মেঘ
বুজিবা মৰম সখি, তেতিয়াই পাহৰিবা
জীৱনৰ যত ক্লেশ-দুখ, হিংসা, দ্বেষ।"

মৰম বলীয়া মানুহে মৰম বিচাৰি ফুৰোতেই 'শুশ্ৰূষাৰ' জন্ম বুলিব পাৰি, চেনেহৰেই পৰশত "শুশ্ৰূষাই" মুক্তি লাভ কৰা যেন অনুমান হয়। সেই বুলি মৰম আৰু শুশ্ৰূষা কেতিয়াও একে হ'ব নোৱাৰে। 'শুশ্ৰূষাৰ' সংজ্ঞা আমি একেষাৰ কথাতেই ক'ব নোৱাৰো। ডাঃ জন্সনে কৈছিল যে পোহৰৰ সঠিক বৰ্ণনা দিব নোৱাৰি। আমিও কওঁ সেই দৰেই, 'শুশ্ৰূষাৰ' প্ৰকৃত, বৰ্ণনা দিও বুলি আমি দিব নোৱাৰো। 'শুশ্ৰূষা' পাৰ্থিব জগতৰ বস্তু নহয়, লোকচক্ষুৰ অন্তৰালত ইয়াৰ স্থিতি। অনুভূতিৰ সূক্ষ্মতাৰত ইয়াৰ জোকাৰ, চেনেহৰ কঁপনিত ইয়াৰ প্ৰভাৱ, মৰমৰ সোঁতে সোঁতে শুশ্ৰূষাই ঢৌ খেলে।

বুৰঞ্জীয়ে ঢুকি নোপোৱা, নাঙঠা মানৱ 'আদাম-ঈভলৈ' যদি ঘূৰি চাওঁ—দেখিম সভ্যতাৰ অন্তৰালত শুই থকা সেই নৰনাৰী হালৰ মাজতো "শুশ্ৰূষাই" প্ৰতিস্থা লাভ কৰিছিল। "নাখাবা গছৰ গুটি' খোৱাৰ আগতেই সেই বনৰীয়া মানৱ হালে ইটিয়ে সিটিক মৰমৰ চকুৰে চাইছিল। মৰমৰ সেই কপটিক জীয়াই তুলিবলৈ কৰা চেষ্টাতেই হয়তো "শুশ্ৰূষাই" সাৰ পাই উঠিছিল। যেনে 'আদাম' যাব হয়তো হাবিৰ মাজত চিকাৰ কৰিবলৈ। ঈভে তাৰৰাৰেই সিচঁৰতি হৈ থকা ধনু-কাড় যোৰ গোটাই আনি আদামৰ আগত দাঙিলেহি, হাবিৰ ফলমূল আনি খোৱাৰ আগতেই 'স্বামীক' খুৱাই পঠিয়াবলৈ ঈভৰ বুকুত অদম্য হেপাহ, চিকাৰ কৰি উভটি ভাগৰি অহা 'আদামৰ' ক্লান্ত মুখ খনি দেখি গছৰ পাত চিঙি বা-দিছিল। বাগৰি অহা নিজৰাৰ পানী ধৰি আনি, তৃষিত স্বামীৰ, তৃষ্ণা দূৰ কৰিছিল। আদামেও চেনেহী ঈভক জীৱন নিৰ্ব্বাহৰ সকলো সজুলি গোটাই দিছিল—এয়েই "শুশ্ৰূষা"।

চেনেহৰ বন্ধনত আমি আবদ্ধ হৈয়েই 'শুশ্ৰূষা' কৰো,—পিতা-মাতা, গুৰুজন, অতিথি আদিক। মৰক একেলুৱা ৰোগীয়েও শুশ্ৰূষা (Nursing) পালে ৰোগৰ যেন বহুতেই উপশম হয়। ৰোগ, শোক, জড়া মৃত্যুৱে ধূৰলী-কুৰলী কৰি থোৱা পৃথিৱীখনত যদি অকণমানো শান্তিৰ বেঙনি আছে, তেন্তে তাৰ গুৰিতেই আপোনজনৰ "শুশ্ৰূষা"।

পুৰণি পৃথিৱীৰ পাত, এখিলা লুটিয়াই চাওঁ দেখিম—ৰাজ্য, ধন, ঐশ্বৰ্য্য-বিভূতি সকলো দলিয়াই থৈ গহীন বনতো ৰামচন্দ্ৰ সুখী হ'ব পাৰিছিল। সীতাৰ পৰা পোৱা, লক্ষ্মণৰ অন্তঃকোণৰ পবিত্ৰ মৰমেৰে গঁথা শুশ্ৰূষা খিনিক লৈ, ৰাৱণে সীতাক হৰি নিয়াৰ পাছত ৰামে যেতিয়া সীতাক বিছাৰি ক্লান্ত হৈ পৰে, তেতিয়াও তেওঁ চিঞৰি উঠিছিল—

'গাঢ়মালিঙ্গ বৈদেহী দেহিমে দৰ্শন প্ৰিয়ে
তজ্যতাং দীৰ্ঘৰোছতাং কিম্নু নিষবাৰুনাময়ী।
দেবী বিজ্ঞাপয়ামী ত্বাং সন্তং চৰিত্ৰশালিনী
নিৰ্ব্বাসীতাসি বিষয়া দশিমন দোষে প্ৰসীদমে"।

জীৱনৰ প্ৰত্যেক ক্ষেত্ৰতেই শুশ্ৰূষাৰ লগত আমাৰ পৰিচয়। পিতা-মাতা আত্মীয় সকলৰ প্ৰতি আমাৰ শুশ্ৰূষাৰ জৰিয়তেই মৰমৰ প্ৰকাশ। জন্মৰে পৰা নিয়ঁতিৰ লগত যুঁজি যুঁজি অৱশ হৈ পৰা আমাৰ বৃদ্ধ পিতা-মাতাই সন্তানৰ পৰা শুশ্ৰূষাৰ বাহিৰে একোৱেই নিবিচাৰে, সন্তানৰ পবিত্ৰ শুশ্ৰূষা পালে, চেনেহৰ চকুপানী টুকিয়েই জড়া অৱস্থাতো পিতৃ-মাতৃয়ে সন্তোষৰ বেঙনি পায়।

গুৰুজনক শুশ্ৰূষা কৰা ভাৰতীয় হিন্দুৰ প্ৰধান ধৰ্ম্ম। পুৰণি পুথিৰ পাতত চকু ফুৰালেই ইয়াৰ জীৱন্ত প্ৰমাণ পাম। অন্তৰৰ পবিত্ৰ ভক্তি, নিভাঁজ স্নেহৰ পৰিচয় একলব্যই দিছিল। তেওঁৰ সোঁহাতৰ বুঢ়া আঙুলিৰে, গুৰুজনক কৰা 'শুশ্ৰূষাৰ' সেই ত্যাগ, সেই গুৰু 'শুশ্ৰূষা' বিশ্বৰ ইতিহাসত সোণালী আখৰেৰে লিখা ৰ'ব।

এই দৰে জীৱনৰ প্ৰত্যেক স্তৰতেই শুশ্ৰূষা বিচাৰি মানুহ বলীয়া। মানুহে মানুহৰ প্ৰতি চেনেহ প্ৰকাশে এই শুশ্ৰূষাৰ যোগেদি। সংসাৰ মৰুভূমিত শুশ্ৰূষাই সৰোবৰ। জীৱন যুঁজত যুঁজি যুঁজি তৃষিত মানৱাত্মাই শুশ্ৰূষাৰ একাজলী পৰশ পালেই তৃষ্ণা পাহৰে। নিয়তিৰ লগত যুঁজি যুঁজি দুখ, বেজাৰৰ কাঁইটেৰে বাগুলী হোৱা মানুহে কাৰোবাৰ শুশ্ৰূষাৰ সহায়ত জীৱনৰ দুখ-দৈন্যক পাহৰণিৰ মকৰা জালেৰে ঢাকি থ'ব পাৰে। মানুহৰ শুশ্ৰূষা পায়েই সন্তৰ ৰবিঠাকুৰে কৈছিল—

"মৰিতে চাহিনা আমি সুন্দৰ ভুবনে
মানৱেৰ মাঝেআমি বাচিবাৰ চাই।"

মানুহৰ আন্তৰিক শুশ্ৰূষাই স্বৰ্গপথৰ কথাও পাহৰাই দিয়ে। পুৰণি পৃথিৱীত নতুনৰ বোল পৰে। সেউজীয়া পৃথিৱীখনক শুশ্ৰূষাই যেন আৰু মনোৰমা কৰি গঢ়ি তোলে। অৱস্থাৰ পদে পদে শুশ্ৰূষাই নিজকে পোহৰ বিলাই যায়। আমি চাওঁ সময়ৰ লগে লগে 'শুশ্ৰূষাৰ' প্ৰয়োজন কেনেকৈ আমাৰ আগত আহি পৰে—,

(ক) সৰু জুপুৰীটো, ভগা-ছিগা বেৰছালৰ মাজেদি সোমাই আহিছে সূৰ্য্যৰ প্ৰচণ্ড উত্তাপ বা শিল বৰষুণৰ অত্যাচাৰ। তাৰ মাজত সোমাই আছে চিৰকগ্ন নিষ্পেষিত এজন বৃদ্ধ, এটি শিশু, বৃদ্ধৰ করুণ আৰ্ত্তনাদ, শিশুৰ হিয়া ভগা কান্দোন, দুয়ো বুকুৰ বেদনা চকুৰ পানীৰে ব্যক্ত কৰিছে। তেওঁলোকৰ শান্ত্বনাৰ একমাত্ৰ আহিলা "শুশ্ৰূষা"।

(খ) এখনি গাওঁ। বসন্তৰ অত্যাচাৰত কোঙা সকলো। কোনেও কালৈকো চাবৰ উপায় নাই। সেই বুঢ়া ব্যাধি—ক্লিষ্টাৰ অৱশ কেঁকনি আজি শুনে কোনে, কোনেও কাৰো সহাঁৰি নেপায়। হায়! মাতৃ-পিতৃহাৰা সন্তানৰ আজি কি অৱস্থা!

(গ) আকৌ ভীষণ বজ্ৰপাত, এনে মৃত্যু বিভীষিকাৰ মাজতো হাইজাৰ অভ্যুদয়, কেউফালে মৃত্যু যন্ত্ৰণাত সকলো অধীৰ হৈ পৰিছে। নৈৰ পাৰৰ নিৰ্জ্জনতা ভেদ কৰি অহা এটা শব্দ—ধুমধাম্। কেউফালে কান্দোনৰ ৰোল। এদলে চকুলো টোকে আত্মীয়জনক মৃত্যুলৈ পঠিয়াই, আনদলে চকুলো টোকে আৰোগ্যৰ আশাৰে পোহৰ বিচাৰি।

(ঘ) এখন মহাসমৰ। যুদ্ধত আক্ৰান্ত হোৱা সৈনিকৰ, তেজেৰে লিপ্ত হোৱা খট্ বিখট্ দেহাবোৰ। কেউফালে বেদনাত জৰ্জ্জৰিত করুণ সুৰবোৰ। উস, আস্ শব্দবোৰ, যুদ্ধৰ বিভীষিকা এটা তাণ্ডৱ বিভীষিকা। কোনোৰ হাতভৰি ভাগিছে। কোনোৰ প্ৰাণবায়ু ওলাই যাওঁ যাওঁ হৈছে। কোনো আধামৰা হৈছে, কোনোৱে হয়তো বিৰাট চিঞৰ মাৰি মাটিত ঢলি পৰিছে। কোনোৱে আকৌ বীৰবেশে মৃত্যুক বৰণ কৰিছে। এনে করুণ আৰ্ত্তনাদে হয়তো কাৰোবাৰ কানত স্পৰ্শ কৰিলেও সকলো বৃথা হৈ গৈছে।

এই বিলাকেই হৈছে মানৱ বেদনা। জগতত মানৱবেদনা সীমাহীন। যেনিয়েই চোৱা যায়—তেনিয়েই কেৱল বেদনাৰ করুণ উচ্ছ্বাস শুনিবলৈ পোৱা যায়; সেই কাৰণেই কবিৰ হৃদয়ত ই এনে ধৰণে ঝঙ্কাৰিত হৈ উঠিছে অস্ফুট সুৰত—

"নিৰানন্দ জগতৰ করুণ উচ্ছ্বাস
স্তৰে স্তৰে ছন্দে ছন্দে উঠিছে ঝঙ্কাৰি
সীমাহীন প্ৰান্তৰৰ উদাস সঙ্গীত।"

একে ধৰণেই প্ৰকৃতি পূজাৰী Wordsworthএ গোটেই মানৱ জাতিৰ প্ৰতি দৃষ্টি পৰাত—"still sad music of humanity" শুনিবলৈ পায়। "বেদনাৰ অনুভূতি বিপুল আবেগ" এয়েই কবিৰ কাৰণে বেদনাক্লিষ্ট মানৱৰ বেদনাৰ উপশম ঘটোৱাত একমাত্ৰ সম্বল, কাৰণ তেওঁলোকৰ কবি প্ৰতিভা আছে আৰু তাৰেই তেওঁলোকে "মানৱদেৱতাক" সেৱা কৰিব পাৰিব। কিন্তু পৰমেশ্বৰৰ সৃষ্টিত সকলো মানুহ সমান গুণৰ অধিকাৰী হ'ব নোৱাৰে। সৰ্ব্বসাধাৰণ মানুহৰ অন্তৰত বেদনাৰ অনুভূতি আৰু বিপুল আবেগ আদি হয়, কিন্তু কবি প্ৰতিভা নেথাকিবও পাৰে। তেন্তে সৰ্ব্বসাধাৰণে চকুৰ চাৰিওফালে সদায় দেখি থকা মানৱৰ এই হিঁয়া ভগা বেদনাৰ উপশম ঘটোৱাত কোনো কৰ্ত্তব্য নাই নেকি? যদি আছে, তেন্তে কি উপায়েৰে আগ বাঢ়িব, অৱশ্যে আজিৰ যুগত এই

প্ৰশ্নৰ সমিধান বিচাৰি বেছি দূৰলৈ যাব নেলাগে, কাৰণ অতীতৰ মনীষী সকলে ইয়াৰ উপায়ৰ কথা বিডিয়াই কৈ গৈছে—সেয়ে হ'ল সৰ্ব্বসাধাৰণে নিজক সেৱক বা সেৱিকা বুলি ভাবি ব্যক্তিগত সুখ সম্ভোগৰ প্ৰতি আসক্তিহীন হৈ জনগণৰ দুখ দাৰিদ্ৰ্য দূৰীকৰণত ব্ৰতী হোৱা, এয়ে "শুশ্ৰূষা"।

এই শুশ্ৰূষা সেৱক বা সেৱিকাৰ জ্ঞান আৰু অনুভূতিৰ পৰিসৰ অনুযায়ী বিভিন্ন ধৰণৰ আৰু বিভিন্ন পৰিসৰৰ। শিক্ষা, সমাজ ব্যৱস্থা আৰু ভ্ৰমণৰ ওপৰতে সৰ্ব্বসাধাৰণৰ জ্ঞান আৰু অনুভূতি নিৰ্ভৰ কৰে। জ্ঞান আৰু অনুভূতি যিমান বিশাল হয়, শুশ্ৰূষাৰ কাৰ্য্যক্ষেত্ৰও সিমান বিশাল হয়। অৱশ্যে বাহ্যিক পৰিসৰেই শুশ্ৰূষাৰ মহত্ত্বৰ সম্পূৰ্ণ মাপকাঠি হব নোৱাৰে। ইয়াৰ মহত্ত্ব বিশেষকৈ নিৰ্ভৰ কৰে সেৱক বা সেৱিকাৰ পবিত্ৰ জ্ঞান, সূক্ষ্ম অনুভূতি আৰু কাৰ্য্যত নিস্বাৰ্থ পৰায়ণতাৰ ওপৰতহে। যেই কি নহওঁক বাহ্যিক পৰিসৰ অনুযায়ী এই শুশ্ৰূষা চাৰিটা ভাগত ভাগ কৰিব পাৰি। যেনেঃ—

(১) পৰিয়াল বৰ্গৰ শুশ্ৰূষা।
(২) নিজৰ গাওঁ বা অঞ্চলৰ অধিবাসী সকলৰ মাজত শুশ্ৰূষা।
(৩) দেশবাসীৰ শুশ্ৰূষা।
(৪) সমগ্ৰ মানৱ জাতিৰ শুশ্ৰূষা।

(১) মানৱ সেৱা বা মানৱ শুশ্ৰূষাৰ প্ৰথম খাপ আৰম্ভ হৈছে—নিজৰ পৰিয়ালটিৰ পৰা। নিজৰ ভাই-ভনী, পিতৃ-মাতৃ আন আন জ্যেষ্ঠ জনৰ শুশ্ৰূষাই এই খাপত একমাত্ৰ কৰ্ত্তব্য। এই ক্ষেত্ৰটো শুশ্ৰূষাক অৱস্থানুযায়ী দুটা অৱস্থাত ভাগ কৰিব পাৰি। যেনে সুস্থ অৱস্থা আৰু অসুস্থ অৱস্থা। সুস্থ অৱস্থাত কৰিব লগীয়া পৰিয়াল বৰ্গৰ প্ৰতি বিভিন্ন শুশ্ৰূষা আৰু অসুস্থ অৱস্থাত কৰিব লগীয়া শুশ্ৰূষা। সুস্থ অৱস্থাত নিজৰ কণকণ ভাই-ভনীক খুউৱা, ধুউৱা, পোযাক পৰিচ্ছদ চাফ্ চিকুন্ কৰি দিয়া, মৰম আৰু চেনেহৰ মাজেদি শিক্ষা প্ৰদান আদি। পিতৃ-মাতৃ আৰু জেষ্ঠজনৰ প্ৰতি সুস্থ অৱস্থাত শ্ৰদ্ধা আৰু ভক্তিপূৰ্ণ ভাবে আলপৈচান ধৰা, তেখেত সকলৰ আহাৰ-বিহাৰ আদিৰ ব্যৱস্থা কৰা।

অসুস্থ অৱস্থাত নিজৰ পৰিয়ালৰ কণকণ লৰাছোৱালীৰ প্ৰতি সহানুভূতিশীল হৈ ব্যাধি নিবাৰণ আদিৰ যত্ন কৰা। বেমাৰত আক্ৰান্ত হোৱা লৰাছোৱালীক ঔষধ খুউৱা, চিকিৎসকৰ নিৰ্দ্দেশ অনুযায়ী নিয়মিত মতে সিহঁতৰ পৰিচৰ্য্যা কৰা। সিহঁতে মনত কোনো বেজাৰ নোপোৱাকৈ ব্যাধি উপশমৰ ব্যৱস্থা কৰা ইত্যাদি। সেই ধৰণে পিতৃ মাতৃ আৰু জ্যেষ্ঠ জনক অসুস্থ অৱস্থাত নিয়মিত মতে ঔষধ খুউৱা, চিকিৎসকৰ পৰামৰ্শ মতে পালন কৰিব লগীয়া সকলো নিয়মৰ প্ৰতি সততে সচেতন হৈ ব্যাধিৰ উপশমৰ বাবে সকলো ব্যৱস্থা কৰা ইত্যাদি।

ইয়াৰ বাহিৰেও পৰিয়ালবৰ্গৰ শুশ্ৰূষাৰ লগত আৰু এটি 'শুশ্ৰূষাৰ' কথা বিশেষকৈ মন কৰিব লগীয়া। সেয়েই হৈছে অতিথি "শুশ্ৰূষা"। অতিথি শুশ্ৰূষা প্ৰতি গৃহস্থীলোকৰ কাৰণেই এটি ডাঙৰ ধৰ্ম বুলি সকলোৱে বিশ্বাস। অৱশ্যে ই সম্পূৰ্ণ সত্য। অতিথি শুশ্ৰূষাৰ ক্ষেত্ৰত ধনী-

দুখীয়াৰ প্ৰভেদ নাই, ধনী বিত্তশালী মানুহেও অতিথি শুশ্ৰূষা কৰিব নোৱাৰে, অথচ দুখীয়া ভিক্ষাৰী এঘৰেও সম্পূৰ্ণ অতিথি শুশ্ৰূষা কৰিব পাৰে। অৰ্থসম্পদে কোনো শুশ্ৰূষাতে সহায় কৰিব নোৱাৰে। শুশ্ৰূষাৰ মূলতে শুশ্ৰূষাকাৰীৰ অন্তৰৰ ত্যাগৰ ভাব আৰু ভক্তি। কীৰ্ত্তন পুথিত ইয়াৰ জলন্ত প্ৰমাণ পোৱা যায়। উদাহৰণ স্বৰূপে দৰিদ্ৰ ব্ৰাহ্মণ জনে ভিক্ষা কৰি অনা চাউল মুঠিৰেই কৃষ্ণ আৰু নাৰদক সম্পূৰ্ণ ভাৱে শুশ্ৰূষা কৰিব পাৰিলে, কিন্তু তাৰ আগতে লাখ লাখ সম্পত্তিৰ মালিক ধনী চহকী এঘৰে তেওঁলোক দুজনক বাটৰ মুখৰ পৰাই ঘূৰাই পঠালে। এনেকৈ আমাৰ কাৰ্য্য সমূহত অতিথিশুশ্ৰূষাৰ আদৰ্শ দেখিবলৈ পোৱা যায়। অতিথি সেৱা বা শুশ্ৰূষা বিশেষকৈ মন কৰিব লগীয়া, অতিথিৰ প্ৰতি কৰা ব্যৱহাৰ বোৰত। আমাৰ এষাৰ কথা আছে, “আছে দান নাই সমিধান।” সুন্দৰ শয্যাত শুবলৈ দি সুখাদ্য খাবলৈ দি আন হাতে হেয় ভাৱ পোষণ কৰিলে, সি অতিথি শুশ্ৰূষা হ'ব নোৱাৰে। আন হাতে স্নেহ আৰু প্ৰীতি ভৰা এষাৰ মাতেই শ্ৰান্ত অতিথিৰ সকলো ক্লান্তি দৰ কৰিব পাৰে।

(২) ইয়াৰ পাছত আছে নিজৰ গাওঁ বা অঞ্চলৰ অধিবাসী সকলৰ মাজত কৰিব লগীয়া 'শুশ্ৰূষাৰ' কথা। এই শুশ্ৰূষা কেৱল ব্যক্তিগত প্ৰচেষ্টাৰেই কৰিব নোৱাৰি। এই ক্ষেত্ৰত সামাজিক আৰু ব্যক্তিগত দুয়োটা প্ৰচেষ্টাই প্ৰয়োজন। অৱশ্যে এই ক্ষেত্ৰটো ব্যক্তিগত ভাৱে কৰিব লগীয়া অনেক শুশ্ৰূষা আছে ; বয়সৰ মান অনুযায়ী পৰিয়ালবৰ্গৰ প্ৰতি কৰা সকলো শুশ্ৰূষা এই ক্ষেত্ৰটো কৰিব পৰা হয়। মাত্ৰ নিজৰ পৰিয়াল বৰ্গৰ দৰে ভাবিবলৈ সক্ষম হব লাগিব। এই ধৰণে ভাবিবলৈ যাওঁতে অৱশ্যে বহুত বাধা বিঘিনিৰ সমুখীন হ'ব পাৰে। সেই ক্ষেত্ৰত সেৱক বা সেৱিকাৰ অন্তৰ্দৃষ্টি থাকিলে, সেই বিলাক অতিক্ৰম কৰাত বিশেষ কোনো অসুবিধা নহয়। সামাজিক ভাৱে কৰিব লগীয়া শুশ্ৰূষা অনেক। এনে কাৰ্য্যৰ প্ৰয়োজন হয়, যেতিয়া নিজৰ গাওঁ বা অঞ্চলত ব্যাপক কোনো দুৰ্য্যোগ আহি পৰে। এই দুৰ্য্যোগৰ ভিতৰত ওপৰত উল্লেখ কৰা “বেদনা” সমূহৰ দৰে এই প্ৰাকৃতিক দুৰ্য্যোগবোৰ পৰে। প্ৰাকৃতিক দুৰ্য্যোগ, মহামাৰি আদি ব্যাপক দুৰ্য্যোগৰ সময়ত দলবদ্ধ হৈ ল'ব নোৱাৰিলে দুৰ্দ্দশাগ্ৰস্ত লোকৰ দুৰ্দ্দশা নিবাৰণো ফলৱতী হব নোৱাৰে।

হঠাতে এনেকুৱা দুৰ্য্যোগৰ পৰা জনগণকে ৰক্ষা কৰিবলৈ হ'লে প্ৰতিষেধক সমিতি আদি পাতি কামত আগ বাঢ়িব লাগে। তেতিয়া সহজে আৰু সোনকালে কৃতকাৰ্য্যতা লাভ কৰিব পৰা হয়। অৱশ্যে এই ক্ষেত্ৰত সেৱক বা সেৱিকাৰ কিছুমান ব্যৱহাৰিক বিশেষ শিক্ষাৰ প্ৰয়োজন। বিশেষকৈ চিকিৎসা বিষয়ত সেৱক বা সেৱিকাৰ অন্ততঃ প্ৰাথমিক চিকিৎসা বিজ্ঞানৰ শিক্ষা থকাতো একান্ত আৱশ্যক। তাৰ উপৰি দুৰ্য্যোগৰ সময়ত আনক শুশ্ৰূষা কৰিবলৈ যাওঁতে নিজক কেনেকৈ বচাই ৰখাৰ পাৰি তাৰ সকলো বিলাক বৈজ্ঞানিক প্ৰণালী প্ৰত্যেক সেৱক সেৱিকাই জনা উচিত। নহলে আনক শুশ্ৰূষা দিবলৈ যাওঁতে নিজেই শুশ্ৰূষা ভিক্ষাৰী হব লাগিব। তেতিয়া হয়তো শুশ্ৰূষাৰ সকলো উদ্দেশ্য নষ্ট হৈ যাব। এই বিলাক হৈছে সাময়িক অস্বাভাৱিক অৱস্থাত কৰিব লগীয়া শুশ্ৰূষা।

ইয়াৰ বাহিৰে স্বাভাৱিক অৱস্থাত স্থায়ী ভাবে কৰিব লগীয়া শুশ্ৰূষাৰ ভিতৰত নিজৰ গাৱঁত অনাথ লৰাছোৱালী আৰু তিৰোতাৰ কাৰণে আশ্ৰয় আৰু অন্ন বস্ত্ৰৰ সংস্থানৰ চেষ্টা কৰা। অশিক্ষিতৰ মাজত শিক্ষা বিতৰণ কৰা। ৰোগীৰ শুশ্ৰূষাৰ বাবে চিকিৎসালয় আৰু চিকিৎসকৰ ব্যৱস্থা কৰা ইত্যাদি। লগে লগে সেই বসন্ত আদি মহামাৰিত জৰ্জ্জৰিত হোৱা সেই গাওঁ খনিৰ প্ৰতি ঘৰতেই উপশমৰ ব্যৱস্থা দি শান্তিৰ অকণমান 'কণা' দিয়াটোত "শুশ্ৰূষা"ৰ ভিতৰতে পৰে।

(৩) ইয়াৰ পাছত আহিল দেশবাসীৰ 'শুশ্ৰূষা'। আমি অৱশ্যে দেশবাসীৰ শুশ্ৰূষাৰ বহুল বুৰঞ্জী নেপালেও "ভনীটি নিবেদিতাৰ" দেশবাসীৰ শুশ্ৰূষাৰ যি আদৰ্শ দেখিবলৈ পাইছো ই জগতৰ চিৰন্তন বস্তু। সেই দৰে— "A friend in need is—A friend indeed" এই কথাষাৰে আমাৰ পুৰণি পাঠ্য পুথিত থকা "ফ্লৰেন্স নাইটিঙ্গেল"ৰ সেৱিকা জীৱনৰ কথা সোঁৱৰাই দিয়ে। তেওঁ কেনেকৈ ৰাতি যুদ্ধত আহত হোৱা ব্যাধিক্লিষ্টৰ ওচৰে ওচৰে গৈ শুশ্ৰূষা কৰিছিল! তেঁৱেই আছিল "friend of the sick."। তেওঁৰ আদৰ্শ জগতৰ নাৰী সমূহৰ অনুকৰণীয়।

বানপানী, ছুৰ্ভিক্ষ, অনাবৃষ্টি আদিৰ কালত আৰু গৃহহীনক শুশ্ৰূষা কৰা দেশবাসীৰ শুশ্ৰূষাৰ ভিতৰতে পৰে। ছুখীয়া বিপদগ্ৰস্থ মানুহক অস্বাস্থ্যকৰ ঠাইৰ পৰা স্বাস্থ্যকৰ ঠাইত থাকিবলৈ সুবিধা দিয়াও শুশ্ৰূষাৰেই এটা অঙ্গস্বৰূপ।

(৪) শেষত আহিল "মানৱ জাতিৰ শুশ্ৰূষা"। ওপৰত উল্লেখ কৰি অহা এখন সমৰত খট্ বিখট্ হোৱা প্ৰতিজন ছুৰ্ভগীয়াকে জীৱন দান দি মানৱ-জগতৰ মঙ্গল কামনা কৰা, শুশ্ৰূষাৰ ই এটা প্ৰধান অঙ্গ। আনহাতে সমগ্ৰ মানৱ শুশ্ৰূষাই যে মানুহক অমৰত্বলৈ নিব পাৰে, ইয়াৰ জড়িয়তেই যে মানুহ দেৱতুল্য হ'ব পাৰে, তাক বহলাই কোৱা নিষ্প্ৰয়োজন। ইয়াৰ উদাহৰণ স্বৰূপে "The plate of Gold" নামৰ সাধুটো আগবঢ়াব পাৰোঁ। এই সাধুটো অতিৰঞ্জিত হলেও ইয়াৰ সত্যতা আমি নুই কৰিব নোৱাৰো। ইয়াত এজন সবল খেতিয়কে কেনেকৈ এটা অৱহেলিত ৰোগীক শুশ্ৰূষা কৰি ভগৱানৰ "কৃপা-কণা" লাভ কৰিবলৈ সমৰ্থ হৈছিল তাক দেখুৱাইছে।

অৱশেষত আমি চাওঁ—নাৰীৰ লগত "শুশ্ৰূষা"ৰ সমন্ধ। "নাৰী আৰু শুশ্ৰূষা", "শুশ্ৰূষা আৰু নাৰী" ছুয়োটা ভিন্ন বস্তু হলেও, একেসত্তাতেই লীন। আগতে উল্লিকিয়াই অহা আদিম নাৰী ঈভ জনীয়েও আমাক তাকেই শিকালে। আজিৰ পৃথিবীত "আদাম-ঈভ" নাই যদিও সিহঁতে ৰুই থৈ যোৱা মানৱ স্বভাৱৰ পুলিটো আজি লহপহীয়া গছ হৈ উঠিছে।

যুদ্ধ বিগ্ৰহ বোৰে পৃথিবীক চিনাকী কৰি দিয়াৰ আগতে শুশ্ৰূষাৰ কাৰণে বেলেগ এটা "শুশ্ৰূষা কাৰী" দল গঠন কৰিছিল নে নাই নাজানো; কিন্তু যুদ্ধ বিগ্ৰহৰ লগত পৰিচিত হোৱাৰ পাছত, "শুশ্ৰূ া কাৰী" দলটোৰ সৃষ্টি হল—যাক আমি "ৰেড ক্ৰচ্ সমিতি" বুলি ক'ব পাৰো। এওঁলোকৰ কাম হ'ল আহত আৰু ৰোগী সকলক শুশ্ৰূষা কৰা, লগতে আন্তৰ্জাতিক সখ্যতা স্থাপন কৰা।

সেই ধৰণেই ভনীটি নিবেদিতাই ইয়াৰ বলতে প্ৰথম মহাসমৰত আধামৰা, আধাজীয়া, নিঃসহায় সৈন্য বিলাকৰ পৰিচৰ্য্যা কৰি জগতৰ মাতৃস্বৰূপা হ'ব পাৰিছিল। ইয়াৰ কাৰণেই "ফ্লৰেন্স নাইটিঙ্গেলৰ" অন্তৰত সামান্য কুকুৰ এটিৰ শুশ্ৰূষাৰ পৰা, এই অনুভূতিয়ে এনে বিৰাট আকাৰ ধাৰণ কৰিছিল যে ; কেচুৱা ল'ৰাই মাকৰ বাবে যেনেকৈ আকুল ভাবে চাই থাকে, সেই দৰে জাতি-ধৰ্ম্মনিৰ্ব্বিশেষে সকলো আহত ৰুগীয়েই আকুল ভাবে চাই থাকিব লগা হৈছিল। সেই কাৰণে দেখা যায়, যে প্ৰত্যেক সেৱক বা সেৱিকাৰ অন্তৰত নিজৰ প্ৰেমানুভূতি জগাই তুলিবলৈ বিশেষ শিক্ষাৰ প্ৰয়োজন।

আজিৰ শিক্ষাই আমাৰ মগজুৰ উৎকৰ্ষ সাধন কৰিব পাৰিব সঁচা, কিন্তু অন্তৰৰ এই পবিত্ৰ অনুভূতিৰ বিকাশ সাধন কৰিব নোৱাৰিব। মগজু আৰু অন্তঃকৰণ দুয়োটা বস্তুৰ সংমিশ্ৰনতেই মানুহৰ জীৱন গঢ়ি উঠিছে। গতিকে এই দুয়োটা বস্তুৰ সমানে বৃদ্ধি প্ৰাপ্ত নহ'লে মানুহৰ জীৱন অসম্পূৰ্ণ।

---

*"আমাৰ ভাষাৰ এতিয়াৰ অৱস্থাৰ লেখকক উৎসাহ দিব লাগে। সময়ে অসময়ে নতুন লেখকৰ লেখাক ভৰিৰে গচকা আলোচনা কৰি নিৰুৎসাহ কৰিব নেলাগে। এতিয়া যি লেখা ওলায় ওলাই থাকক। সময়ত যিবোৰ ভাল সেইবোৰ স্থায়ী হব। যিবোৰ বেয়া নিজেই মৰি যাব। এনে কৰিলেহে পঢ়োতা ৰাইজ ওলাব।..আমাৰ যিবিলাক মাহেকীয়া, সাদিনীয়া, পষেকীয়া কাকত পত্ৰ পত্ৰিকা আছে সেইবিলাক কাকতৰ গৰাকী সকলে নতুন লেখকক উৎসাহ দিব লাগে। এই ন ন লেখকসকলেই আমাৰ সাহিত্যৰ ভৱিষ্যত ভৰষা। কাকতৰ গৰাকীসকলক মই নত হৈ কওঁ যেন তেওঁলোকে কোনো উঠি অহা সাহিত্যিকক দলিয়াই নেপেলায়। তেওঁলোকে যেন বাইৰণৰ হৃদয়স্পৰ্শী কবিতা মনত ৰাখে, যেতিয়া কোনো লেখকৰ লেখা অগ্ৰাহ্য কৰে আৰু কোনো লেখকৰ লেখা গচকি সমালোচনা কৰে।"*

—জ্ঞানদাভিৰাম বৰুৱা
( চতুৰ্দ্দশ অধিবেশন, ১৯৩৩ )

# ফেনী ব্ৰাউনৰ উক্তি ঃ কবি কীটছ্‌ৰ প্ৰতি

শ্ৰীচন্দ্ৰ কটকী (চতুৰ্থ বাৰ্ষিক : কলা)

মানুহৰ বুকুৰ মৰম, পৃথিৱীৰ অযুত সৌন্দৰ্য্য
হাঁহি আৰু আশা আৰু প্ৰণয়ৰ গান
সকলো তুমিয়ে গালা, জীৱনক সুৰ দিলা
শাশ্বত বেদনা কিয় কৰিলা অম্লান ?

তুমি চিনি পালা জীৱনক, জোনাকক
প্ৰেম আৰু সৌন্দৰ্য্যৰ কিমান সপোন
মই মাথো ৰ'লো—'অচিনাকী', বহুত দিনৰ
কবি—তুমি নহলা আপোন।

---

# অনুবাদ গল্প



মধুময় বলোক বতাহ, মধুময় নদীৰ প্ৰৱাহ,
মধুৰ শ্যামল বনৌষধি, মধু হোক উষা দিনে-ৰাতি।
মধু পৃথিৱীৰ ধূলি-কণা মধু পিতৃ মাতৃ গুৰুজন,
মধুময় দ্যুলোক ভূলোক, মধুময় সকলোটি হোক।
মধুময় বন বনস্পতি, মধুময় ৰবিৰ জেউতি
দিশে দিশে মধুৰ বৰ্ষণ, মধু হোক সকলোৰে মন।

—ঋগ্বেদ,
( ১ম অষ্টক, ষষ্ঠ আধ্যা )

# জেদ্ মাতৃ

রচনা—লিন্ উটাঙ

অনুবাদক :—

শ্ৰীযাদব ফুকন, ( তৃতীয় বাৰ্ষিক : কলা )

কিছুমান পাণ্ডুলিপি চোৱাৰহে মোৰ আগ্ৰহ আছিল। মই 'জেদ্‌মাতৃৰ' কথা শুনা নাছিলোঁ, কোনেও শুনা নাছিল। কিন্তু মোৰ আজেবাজে প্ৰশ্নবোৰে মই কোনো দিন নুশুনা এটা আশ্চৰ্য্য কাহিনী শুনালে।

এখন পুৰণা পাণ্ডুলিপি আঙুলিয়াই মই কলো, অৱশ্যে এইটো সঁচা শিল্পীৰ ব্যক্তিত্বৰ অলপ কিবা হলেও তেওঁৰ সৃষ্টিৰ মাজত বৈ যায় আৰু তেওঁৰ মৃত্যুৰ পাছতো তেওঁ সেই সৃষ্টিৰ মাজতে জীয়াই থাকে।

"সঁচাকথা, সৎ আৰু সুন্দৰ যি কোনো বস্তুৰেই জীয়াই থাকে, সঁচাকথা কবলৈ গ'লে ই শিল্পীৰ নিজ সন্তানৰ দৰে।" গবৰ্ণৰজনে কলে।

"কিন্তু বিশেষকৈ যেতিয়া এজন শিল্পী তেওঁৰ সৃষ্টিৰ বাবে মৰি যায়, আপোনাৰ জেদ্ মাতৃৰ দৰে।" মই ক'লোঁ।

"সেইটো এটা বিশেষ ধৰণৰ ঘটনা। তেওঁৰ মৃত্যু ঠিক ইয়াৰ কাৰণে হোৱা নাই। তেওঁ সেই দিনা সৃষ্টিৰ কাৰণে মৃত্যু হোৱা নাছিল—কিন্তু এটা কাৰণে মৃত্যু হ'ব লগা হ'ল। শিল্পী জনৰ জীৱনৰ গোটেই ঘটনাৰ বিবৰণৰ পৰা বুজা যায় এই অনুপম সৃষ্টিৰ কাৰণে তেওঁৰ জন্ম হৈছিল কিন্তু মৃত্যুৰ কাৰণে হোৱা নাছিল।"

"ই নিশ্চয় এক অসাধাৰণ সৃষ্টি হ'ব? চাব পাৰোঁনে?" বহুত চেষ্টাৰ পিছতহে গবৰ্ণৰ জনে মোক দেখুৱাবলৈ মান্তি হ'ল।

"ইয়াৰ শিল্পীজন কোন"?

"বাস্তবিকতে পৃথিবীৰ অপৰিচিত চেংপো নামেৰে এটা দুৰ্ভগীয়া।"

এওঁৰ জীৱনৰ বিষয়ে মই "কক্ক্ৰ" কনভেন্টৰ বৃদ্ধা সন্ন্যাসিনী গৰাকীৰ পৰা শুনিছিলোঁ। জেদৰ মূৰ্ত্তিটোক চিনি তেওঁক মই ভালেমান মাটি দান দিছিলো।

"তেওঁৰ চাৰিও ফালে চালে তোমালৈ চাই থকা যেন দেখা পাবা।" গবৰ্ণৰে এনেদৰে ক'লে যেন মূৰ্ত্তিটো জীয়া মানুহহে, সঁচাকৈয়ে মূৰ্ত্তিটোৱে যেন অপলক দৃষ্টিৰে মোক চাই আছে। মই অলপ আমনি পালোঁ।

মূৰ্ত্তিটোৰ এটা হৃদয়গ্ৰাহী কাহিনী আছে। মূৰ্ত্তিটোৰ ভঙ্গিত দেখাপোৱা ভাবটোত এটা নাটকীয় মুহূৰ্ত্তৰ চাপ আছে। কোনো নাৰীক স্নেহৰ জনৰ বুকুৰ পৰা বলেৰে টানি অনাৰ এটা ভঙ্গিমা মূৰ্ত্তিটোৱে বিৱৰিছে। শিল্পীজনে হয়তো গঢ়িব খুজিছিল মাটিৰ মানুহলৈ স্নেহ যাচি সৰগৰ পথৰ বাট বুলুৱা এগৰাকী করুণাময়ী দেৱীৰ মূৰ্ত্তি। কিন্তু মূৰ্ত্তিটোৰ প্ৰকাশ ভঙ্গিয়ে কোনো দৰ্শককে তেনে ধাৰণা নিদিয়ে। মই একেবাৰেই আচৰিত হলো। কেৱল মাত্ৰ মূৰ্ত্তিটোৰ দেহত এনেকুৱা পাহৰিব নোৱাৰা জীৱন্ত ভাব এটা শিল্পীয়ে কেনেকৈ ফুটাই তুলিলে—আনহাতে মূৰ্ত্তিটোৰ সাজ পোছাক অভিনৱ। মুঠতে সমস্ত মূৰ্ত্তিটোৱেই শিল্পীৰ নিজপ্ৰতিভাৰ আশ্চৰ্য্য সৃষ্টি।

মই সুধিলো "এই অপৰূপ মূৰ্ত্তিটো কনভেন্টৰ সন্ন্যাসিনীয়ে কেনেকৈ পালে?" মোৰ উত্তৰত গৱৰ্ণৰে কৈ গ'ল "মূৰ্ত্তিটোৰ ভঙ্গিটোলৈ লক্ষ্য কৰা, পলৰীয়া ভাবটো মন কৰা আৰু চকুৰ পতাত জিলিকি উঠা প্ৰেম, সঙ্কোচ আৰু বিপৰ্য্যয় সানমিহলি—অনুভৱ কৰিবলৈ যত্ন কৰা।" অকণমান সময় নীৰৱে থাকি ক'লে "আহা ভিতৰলৈ যাওঁ, তোমাক সম্পূৰ্ণ কাহিনীটো বিৱৰি ক'ম।"

নিশ্চয় এশবছৰ মানৰ আগৰ কথা হ'ব! মেলিনা তেতিয়া কেইকিংৰ ধুনীয়া ঘৰত বাস কৰা এজনী সুখী আৰু সৰু ছোৱালী আছিল। উচ্চ কৰ্ম্মচাৰী কমিচনাৰ চেঙৰ জীয়েক হিচাবে তাইক বৰ বেচি লাই দিয়া হৈছিল। মেলিনাৰ দেউতাক বৰ কঠোৰ বিচাৰক আছিল কিন্তু নিজৰ জীয়েকক তেওঁ হিঁয়া উবুৰিয়াই মৰম কৰিছিল। সচৰাচৰ ঘটাৰ দৰে কিছুমান বংশৰ মানুহে এই ধুনীয়া অট্টালিকাত কাম কৰিবলৈ আহিছিল। তাৰে ভাল শিক্ষিত সকলক চৰকাৰী চাকৰি দিয়া হৈছিল আৰু নিৰক্ষৰ সকলক এই বিৰাট পৰিয়ালত আলধৰা স্বৰূপে ৰখা হৈছিল।

এদিন এজন দূৰসম্বন্ধীয় ভাগিন আহিছিল। তেওঁৰ নাম আছিল চেংপো। তেওঁ হাঁহি মাতি কথা কোৱা আৰু তজবজীয়া এটা ষোল বছৰীয়া ল'ৰা আছিল। তেওঁ বয়সতকৈ কিছু ওখ আছিল। তেওঁৰ হাতৰ জোঙা আঙ্গুলি কেইটা মন কৰিলে গাঁৱলীয়া ল'ৰা যেন নেলাগে। তেওঁ ঘৰখনত এনে এটা আপোন ভাব সুমুৱালে যে মেলিনাৰ মাকে তেওঁক নিৰক্ষৰ হোৱাৰ স্বত্তেও পৰিদৰ্শক সকলৰ তত্বাৱধান লোৱা কামটো যাচে।

চেংপো মেলিনাতকৈ বছৰেকৰ ডাঙৰ আছিল। তেতিয়াও সি'হত সৰু হৈ থকাৰ কাৰণে একেলগে হাঁহি মাতি ফুৰিছিল।

ওঠৰ বছৰৰ পাছত চেংপোক একেবাৰে অকামিলা দেখা গ'ল। কিহে মেলিনাক তেওঁৰ প্ৰতি আকৰ্ষিত কৰিছিল তাই তাক নিজে ক'ব নোৱাৰিছিল। মুঠতে তেওঁ অন্তৰ পৰা সুকীয়া আছিল। আৰু অলপ ওখ আৰু বেচি ধুনীয়া আছিল। তেওঁ সকলোৰে লগত মিলিব পাৰিছিল আৰু সেয়েহে পৰিয়ালত বাপেকৰ বাহিৰে সকলোৰে মৰমৰ ভাগ পাইছিল। দুয়োৰে মাজত স্বাভাৱিক অন্তৰঙ্গতা জাগি উঠিছিল। লাহে লাহে এই অন্তৰঙ্গতা প্ৰেমত পৰিণত

হৈছিল যদিও সিহঁতৰ বিয়াৰ কোনো সম্ভাৱনা নাছিল। কাৰণ সিহঁত দুয়ো একে বংশৰ আছিল।

এদিন চেংপোৱে গৃহিণীৰ আগত ক'লে যে সি বাণিজ্য শিক্ষা কৰিবলৈ যাব খুজিছে। এজন জেদ্পাথৰৰ কাৰিকৰে তাক শিক্ষানবিচ হিচাবে দিয়া এটা চাকৰী পাইছে। গৃহিণীয়ে ভাবিছিল যে এইটো খুব ভালেই হৈছে কিয়নো সি তেওঁ এতিয়াৰ পৰা মেলিনাৰ কাঁতৰত থাকিব পাৰিব। কিন্তু চেংপো সদায় ৰাতি ঘূৰি আহি তাতে থাকিবলৈ ল'লে আৰু আগতকৈ বেচিকৈহে মেলিনাৰ লগত ধেমালি-ধুমুলা কৰিবলৈ ধৰিলে।

মাকে এদিন কলে "মেলিনা তঁহত দুয়োটাই এতিয়া বুজন হৈছ আৰু আন হাতে চেংপো তোৰ ভাগিন হয় তেনেস্থলত তঁইত এনে দৰে হলিগলি কৰাতো অলপো ভাল হোৱা নাই।"

মাকৰ কথাই মেলিনাক ভালকৈ ভাবিবলৈ বাধ্য কৰালে তাই কেতিয়াও অনুভৱ কৰিব পৰা নাছিল যে চেংপোৰ প্ৰতি তাইৰ দুৰ্ব্বলতা আছে।

সেইদিনা ৰাতি তাই চেংপোক বাগিচাত লগ ধৰিলে। জোনাক নিশা এখন শিলৰ বেঞ্চত বহি খুউব অনুনয়েৰে তাই মাকৰ কথাখিনি চেংপোক ক'লে। তাই লাজেৰে ক'বলৈ ধৰিলে "চেংপো মায়ে কৈছে আমি হেনো এনেদৰে হলিগলি কৰাত অলপো ভাল হোৱা নাই।"

"অ' হয়! আমি বুজন হৈছো।"

ছোৱালীজনীয়ে মূৰটো লবাই ক'লে "তাৰ মানে তুমি কি ক'ব খুজিছা?" তাই আধাকোৱাকৈ ৰৈ গ'ল।

চেংপোৱে তাৰ হাতখনেৰে আলফুলকৈ মেলিনাৰ ককালত ধৰি কয় "ইয়াৰ মানে তোমাৰ মাজত থকা কিহবাই মোক তোমাৰ প্ৰতি দিনে দিনে বেচি আকৰ্ষণ কৰিছে, কিহবাই মোক তোমাক চাবলৈ বৰ হেপাহ কৰাইছে, তোমাৰ সান্নিধ্যত মোক কিহবাই সুখ আৰু আনন্দ দিয়ে আৰু তোমাৰ অনুপস্থিতিত মোৰ বৰ উকা লাগে আৰু মনটো সেমেকি উঠে।"

ছোৱালীজনীয়ে হুমুনিয়াহ চাৰি কৈছিল "তুমি এতিয়া সুখীনে?" "হয়! সকলোবোৰ যেন পৰিবৰ্ত্তন হৈ গৈছে, মেলিনা, এতিয়াৰ পৰা তুমি মোৰ আৰু মই তোমাৰ।"

"তুমিতো ভালকৈ জানা যে মই তোমাক বিয়া কৰাব নোৱাৰো আৰু মা দেউতাই বহুত দিনৰ আগৰে পৰা মোৰ বিয়া ঠিক কৰি ৰাখিছে।"

"তুমি তেনেদৰে নক'বা, তুমি তেনেদৰে নকবা সোণ।"

"তুমি বুজিব লাগিব চেংপো।"

"মই কেৱল ইয়াকে বুজো যে পৃথিবী আৰু স্বৰ্গ সৃষ্টি হোৱাৰ দিনৰে পৰা তুমি মোৰ কাৰণে আৰু মই তোমাৰ কাৰণে জন্ম লৈছিলো। তোমাক মই এৰি দিব নোৱাৰো আৰু তোমাক ভাল পোৱাতোত মোৰ ভুল হ'ব নোৱাৰে।"

মেলিনা তাৰ বাহুৰ মাজৰ পৰা দৌৰি গৈ নিজৰ কোঠাত সোমালগৈ।

প্ৰথম প্ৰেমে প্ৰেমিক-প্ৰেমিকাৰ অন্তৰলৈ নতুন আশাৰ ঢল আনে। যেতিয়া সন্মুখত বাধা পায় সিহঁতে তেতিয়া সকলো অতিক্ৰম কৰিব পাৰে। নোপোৱা কিবা এটা পোৱাৰ আশাত সিহঁতৰ অন্তৰ উথলি উঠে।

সেই দিনা ৰাতি মেলিনাই বিচনাত পৰি মাক আৰু চেংপোৰ কথাবোৰ বাৰে বাৰে ভাবিলে। সেই নিশাৰ পৰাই তাই একেবাৰে সলনি হৈ পৰিল। সিহঁতে যিমানেই জাগি উঠা প্ৰেমক বাধা দিবৰ চেষ্টা কৰিছিল সিমানেই সিহঁতৰ পৰস্পৰৰ প্ৰেম বাঢ়ি গ'ল। অফুৰন্ত ভালপোৱা, মধুৰ অনুতাপ, আৰু ক্ষণস্থায়ী বিচ্ছেদৰ মাজেদি সিহঁতৰ প্ৰথম প্ৰেমৰ জাকজমক দিনবোৰ পূৰণা হৈ গ'ল। সিহঁতে সন্তৰ বুজিছে সিহঁতকৈ শক্তিশালী বস্তুৱে সিহঁতক টানি নিছে।

লাহে লাহে চেংপোয়ে বেপাৰৰ কাম ভালদৰে শিকি উঠিছিল। 'জেদ'ৰ কামত চেংপোৱে স্বকীয় উপাদান বিচাৰি পালে। জন্মগত শিল্পীৰ দৰে সি অতি কম সময়তেই নিজকে 'জেদ' ব্যৱসায়ত পাকৈত কৰি তুলিলে। ইয়াক সি ভাল পাইছিল। সম্পূৰ্ণৰূপে খুট মাৰি কৰিব নোৱাৰালৈকে সি অবিশ্ৰান্ত গতিত লাগি থাকিছিল। দোকানৰ গিৰিহঁতে তাৰ কামত বিস্ময় মানিছিল। অনেক অভিজাত শ্ৰেণীৰ লোকে ঘনে ঘনে তাৰ দোকানত 'জেদ' বিচাৰিবলৈ ধৰিলে। এদিন মেলিনাৰ দেউতাকে সম্ৰাজ্ঞীৰ জন্মোৎসৱত উপহাৰ দিবলৈ ঠিক কৰি। এটুকুৰা চকুতলগা নিমজ 'জেদ্' বিচাৰিছিল। মেলিনাৰ মাকৰ কথামতে তেওঁ চেংপোৱে কাম কৰা দোকান খনলৈ গৈ বিচৰা বস্তুটোৰ কথা কৈছিল। চেংপোৰ ভাস্কৰ্য্যত চকুফুৰাই তেওঁ একেবাৰে মোহিত হৈ পৰিছিল।

"বোপা! এইবোৰ তোমাৰ বৰ আচৰিত সৃষ্টি। এইটো সম্ৰাজ্ঞীৰ কাৰণে। তুমি যদি এই কামটো কৰিব পাৰা তেন্তে তোমাৰ ভবিষ্যত উজ্জল।" চেংপোৱে জেদটুকুৰা ভালদৰে চাইলৈ, তাৰ ওপৰেদি লাহে লাহে হাত ফুৰাই চালে। পৰিতৃপ্তিৰ আমেজ চেঙৰ মুখত ফুটি উঠিছিল। শিলটুকুৰাক সি 'কুৱেনদিন্' অৰ্থাৎ কৰুণাময়ী দেৱীৰ ৰূপ দিবলৈ থিৰ কৰিলে। আৰু সি ভাবিছিল, ইয়াৰ পৰা সি এনেকুৱা এটা বস্তু সৃষ্টি কৰিব যি সৌন্দৰ্য্য কোনো মানুহে আগতে দেখা নাছিল।

শিলছটাই চেংপোৰ হাতত প্ৰাণ নোপোৱালৈকে সি কাকো চাবলৈ নিদিছিল। সম্পূৰ্ণৰূপে মূৰ্ত্তিটো হৈ উঠাত ইয়াক স্থিৰকৃত অৱস্থাত ৰখা হল, কিন্তু ই ভাস্কৰ্য্যৰ নিখুট কামেৰে প্ৰস্তুত হৈছিল আৰু ই, উৎকৃষ্ট সৌন্দৰ্য্যবৰ্ণিত আছিল। সাধাৰণ শিল্পীয়ে কৰিব নোৱাৰা কিবা এটা চেংপোৱে সৃষ্টি কৰিলে। এযোৰ ঘূৰণীয়া মিহি 'ইয়াৰিং' দেৱীগৰাকীৰ কানত পিন্ধোৱা আছিল আৰু ইয়াৰ কানৰ লতি দুটা ইমান মিহি, সুগঠিত আছিল যে, মানুহে ইয়াক ৰ' লাগি চাই গৈছিল।

দেৱীগৰাকীৰ মুখখন অবিকল চেংপোৱে প্ৰাণ ভৰি ভালপোৱা ছোৱালীজনীৰ দৰে আছিল।

স্বাভাবিকতে কমিচনাৰজন অতিশয় সুখী হ'ল। সেই হেন ৰাজদৰবাৰত এই জেদ্ মূৰ্ত্তিটো অদ্বিতীয় হৈ থাকিব।

"মুখখন একেবাৰে মেলিনাৰ দৰে হৈছেহঁ" দেউতাকে কলে।

চেংপোৱে উত্তৰত ক'লে "হয়, মেলিনাই মোৰ প্ৰেৰণা।"

"বোপা, এতিয়াৰ পৰা সকলোৱে তোমাৰ কৃতকাৰ্য্যতা স্বীকাৰ কৰিব।" তেওঁ চেঙপোক উপযুক্ত মূল্য দিছিল আৰু কৈছিল, "তোমাক এই সুবিধা দিয়া বাবে মোৰ ওচৰত তুমি কৃতজ্ঞ থকা উচিত।"

চেংপোৰ নাম জনাজাত হৈ পৰিল, কিন্তু সি যাক সদায় বাঞ্ছা কৰিছিল তাক তেতিয়াও পোৱা নাছিল। মেলিনাৰ অবিহনে সি এই কৃতকাৰ্য্যতাত একো আমোদ পোৱা নাছিল। তাৰ প্ৰাণৰ গভীৰ ক্ষুধা মেলিনাৰ অন্তৰালত আছিল। সি কামত মন বহুৱাব নোৱাৰা হ'ল ক্ৰমান্বয়ে। আনকি তাৰ শিল্প সৃষ্টিৰ প্ৰেৰণাও মৰহি গ'ল।

মেলিনা একৈশ বছৰীয়া গাভৰু হল, তথাপি তাইৰ বিয়া হোৱা নাই। এটা লৰা মেলিনাৰ বাবে ঠিক হ'ল, কিন্তু তাই কেৱল এটা মাত্ৰ উপহাৰ পঠাই বিয়া ভাঙি দিলে।

সম্পূৰ্ণ নিৰাশ হৈ সিহঁত দুয়ো পলাই যোৱাৰ কথাকে ঠিক কৰিলে। চেংপোৰ কামত সম্পূৰ্ণ আস্থা ৰাখি মেলিনাই কিছুমান অলঙ্কাৰ লগত লৈ যাবলৈ ঠিক কৰিলে। কোনোবা এখন দূৰৰ প্ৰদেশত থকাটোকে সিহঁতে ভাবিছিল।

এদিন সন্ধিয়া সিহঁত দুয়ো বাগিছাৰ পিছফালেদি পলাই যাবলৈ ধৰোঁতেই এটা বুঢ়া চাকৰে ৰাতিৰ নীৰবতাৰ মাজত সিহঁত হালক দেখা পালে। তাৰ সন্দেহ হ'ল, কিয়নো মেলিনা চেঙৰ প্ৰেম সেই পৰিয়ালটোৰ সকলোৱেই ভু পাইছিল।

পৰিয়ালক কদৰ্য্যতাৰ পৰা ৰাতবাই অনা তাৰ কৰ্ত্তব্য বুলি সি ছোৱালী-জনীৰ হাতত ধৰিছিল আৰু যাবলৈ নিদিছিল। চেংপোৰ কোনো স্বকীয়া পথ নাছিল, চাকৰটোক সি অন্য ফালে ঠেলামাৰি দিছিল। বুঢ়াই থৰক বৰক অৱস্থাত পৰিও তাইক যাবলৈ নিদিছিল, আৰু চেংপোৱে একে ভুকুতে তাক শিলনি খনৰ ওপৰত বগৰাই দিছিল। জোঙা শিলৰ ওপৰত পৰি সি একেবাৰে অৱশ হৈ পৰিছিল, আৰু তাৰ মৃতপ্ৰায় অৱস্থা দেখি সিহঁতহাল পলাই গুচি আহিল।

পিছদিনা পুৱা পৰিয়ালৰ সকলোৱে মৃত চাকৰটো আৰু সিহঁত পলাই যোৱা কথাটো জানিলে। এই কুকাৰ্য্য সিহঁতে লুকাই ৰাখিবৰ চেষ্টা কৰিলে, কিন্তু সকলো বিফল হ'ল; তেতিয়া কমিচনাৰ জন খঙত অধিৰ হৈ ক'লে "পৃথিবীৰ শেষ প্ৰান্তলৈ গৈয়ো মই তাক ন্যায়ৰ ওচৰলৈ আনিমেই"।

ৰাজধানীৰ পৰা পলাই আহি সেই যুৱক-যুৱতী হাল অনাই বনাই ঘূৰি ফুৰিছিল। শেষত ঘূৰিফুৰি 'য়ানটেজ' পাৰ হৈ দক্ষিণ চীন পাইছিলগৈ।

পিছত স্থিৰ হ'ল—ইয়ানটেজ অতিক্ৰম কৰি অহাৰ পাছত কিবা এটা অদৃশ্য শক্তিয়ে তাইৰ স্বামীক ক্যাংচেঙৰ জেদৰ পথেদি লৈ গ'ল। প্ৰাদেশিক ৰাজধানী 'নান চেঙ'ত ৰ'বলৈ সাহ নকৰি সিহঁত 'কিয়ান'ৰ ফালে আগবাঢ়িল। মেলিনাই চেঙপোক জীবিকা উপাৰ্জ্জনৰ অন্য এটা পথ লবলৈ অনুৰোধ কৰে। ক্যাংচেঙত উৎকৃষ্ট চীনামাটি উৎপন্ন হৈছিল। চীনামাটিৰ

কামে তাৰ শিল্পী মনৰ হাবিয়াস কিছু পৰিমাণে কমাব পাৰিব। মেলিনাই অনুনয়ৰ সুৰত কথাবোৰ কৈ গ'ল।

কিন্তু চেংপোয়ে তাইৰ কথালৈ মন নকৰিলে। তাৰ অন্তৰত চিন্তাৰ হেন্দোলনি। নীৰৱতা ভঙ্গ কৰি চেংপোৱে কয় "চীনামাটিৰ কাম কৰি মই এনে শিল্পৰ সৃষ্টি কৰিম যি মোৰ শিল্পী মনৰ চিনাকি দিব। মই মজলীয়া শিল্পীবোৰৰ দৰে কাম কৰাতো তুমি বাঞ্চা কৰানেকি। একো ভয় নকৰিবা মেলিনা—এতিয়া শঙ্কাৰ ভাৰৰ আতৰি গৈছে।"

নাৰী সুলভ স্বভাৱক বুজনি দিব নোৱাৰি তাই কয়, "তেনেহলে প্ৰিয়তম, তুমি তোমাৰ নাম অপ্ৰকাশিত কৰি ৰাখিবা। আমি এতিয়াও বিপদত। তুমি যদি তোমাৰ পৰিচয় দিয়া, আমাৰ ধ্বংস অনিবাৰ্য্য।"

মেলিনাই এনেদৰে কোৱাৰ কাৰণ আছিল তাই ভালদৰেই জানিছিল, চেংপোৰ নিজ হাতে গঢ়িব পৰা শিল্পৰ বাহিৰে আন একোৱেই তেওঁক সান্ত্বনা দিব নোৱাৰে।....

চেঙপোৱে তাৰ জীৱনৰ দুখলগা পৰিস্থিতিটোৰ কথা অনুভৱ কৰিছে। সি পুলিচৰ হাতৰ পৰা ৰক্ষা পোৱাতকৈ নিজৰ হাতৰ পৰা পৰিত্ৰাণ পোৱাৰ কথা চিন্তা কৰিব লগীয়া হৈছে। তাৰ সৌন্দৰ্য্যৰ প্ৰতি মোহলগা দৃষ্টি, ৰূপৰ প্ৰতি তৃষ্ণা, নিজৰ সৃষ্টিৰ বাবে গৰ্ব্ববোধ আৰু জেদৰ প্ৰতি অনুৰাগ—এইবোৰেই তাৰ জীৱনত ডাঙৰ সমস্যা হৈ উঠিছে।

পৰিবাৰৰ অলঙ্কাৰৰ বিনিময়ত চেঙপোয়ে কিছুমান টুকুৰা শিল সংগ্ৰহ কৰিলে আৰু এখন দোকান খুলিলে। স্থিৰ শান্ত-দৃষ্টিৰে মেলিনাই কৰ্ম্মব্যস্ত চেংপোক চাই থাকে।

"খুউব ভালহৈছে প্ৰিয়তম, মোৰে শপত আৰু ভাল নকৰিবা।"

চেংপোৱে মেলিনালৈ চাই এটা ম্লান হাঁহি মাৰিলে। সি কিছুমান ইয়াৰিং আৰু ডিঙিৰ অলঙ্কাৰ তৈয়াৰ কৰিবলৈ আৰম্ভ কৰিলে কিন্তু....জেদ-পাথৰে তাৰ পূৰ্ণ প্ৰকাশ বিচাৰে। যি শ্ৰেষ্ঠ শিল্প সৃষ্টি কৰিব তাৰ ইয়াৰিং বা পাথৰৰ সাধাৰণ বস্তু তৈয়াৰ কৰাৰ কোনো অৰ্থ নাই। সেয়ে চেংপোৱে লুকাই চুৰ কৈ কিছুমান ধুনীয়া ধুনীয়া শিল্পৰ সৃষ্টি কৰিলে। চেঙৰ নিজা উদ্ভাৱনাৰ এই মনোৰম বস্তুবোৰ শীঘ্ৰে বিক্ৰী হ'ল আৰু লাভো হ'ল।

পুনৰ শঙ্কাৰ ভাৱৰে মেলিনাক আৱৰি ধৰে—"মোৰ বৰ ভয় লাগিছে চেং ; তুমি সকলোৰে পৰিচিত হৈ পৰিছা। তুমি পুনৰ বিখ্যাত হৈ পৰিছা। অলপতেই মই এটা কেচুৱাৰ মাক হ'ম। তুমি অলপ সজাগ হৈ থাকিবা।"

"এটা কেচুৱা! আমি এতিয়াৰ পৰা এটা পৰিয়াল হ'ম।" চেং পোৱে চিঞৰি উঠে।

নাৰী সুলভ কাল্পনিক মনৰ উমান বুজিব পাৰি চেংপোৱে মেলিনাৰ কথাবোৰৰ অজস্ৰ চুমাৰে প্ৰত্যুত্তৰ দিছিল।—"কিন্তু আমি সজ্ঞানে চলিব লাগিব ;" মেলিনাই মনে মনে কৈছিল।

বাস্তবিকতে সিহঁতে ভালেই কৰিলে। চেংপোৰ নিজা উদ্ভাৱনা "পাৰহ শিল্পৰ" খ্যাতি বৈ বৈ গ'ল। প্ৰায়বোৰ অভিজাত শ্ৰেণীৰ লোকে তাৰ বিক্ৰী বস্তুবোৰ কিনিছিল আৰু 'কিয়ান'

চহৰৰ মাজেদিয়েই প্ৰাদেশিক ৰাজধানীলৈ যোৱা বাটৰুৱা সকলে তাৰ পৰা কিছু জেদৰ বস্তু কিনি লৈ যায়।

এদিন এটা মানুহ তাৰ দোকানলৈ আহিছিল। আৰু তেওঁৰ প্ৰদৰ্শিত বস্তু বোৰ চায়ে সুধিছিল, "কেইষিং কমিচনাৰ চেঙৰ সম্বন্ধীয় তুমি চেংপো নোহোৱানে ?"

চেংপোয়ে কাহানিও কেই কেইষিংত নাছিলো বুলি শীঘ্ৰে অস্বীকাৰ কৰিলে।

"ভালবাৰু, তুমি যেতিয়া জোৰ দিয়েই কৈছা। তুমি বিবাহিত নে ?"

"সেই বিলাক তোমাৰ কোনো আৱশ্যক নাই" চেংপোৱে উত্তৰ দিছিল।

মেলিনাই দোকানৰ পিছফালেদি ভুমুকিয়াইছিল। মানুহটো যোৱাত মেলিনাই কলে যে, মানুহটো দেউতাকৰ অফিচৰ এজন চেক্ৰেটেৰী। সম্ভৱ তেওঁৰ জেদ শিল্পই তেওঁক প্ৰবঞ্চনা কৰিছে।

পিছদিনা সেই মানুহজন পুনৰ আহিল। "মই কৈছো নহয়, মই তোমাৰ কথা একো বুজিব পৰা নাই" চেংপোয়ে কলে।

"ভাল তেনেহলে, মই তোমাক চেংপোৰ কথা ক'ম। তেওঁক নৰহত্যা আৰু কমিচনাৰৰ জীয়াৰীক বলেৰে ফুচুলাই অনা আৰু তেওঁৰ অলঙ্কাৰ আত্মসাৎ কৰা অভিযোগত দোষী সাব্যস্ত কৰা হৈছে। যদি মোক তুমি চেংপো নহয় বুলি সন্দেহ ভঞ্জন কৰাব খুজিছা, তেন্তে তোমাৰ পৰিবাৰক মোক এপিয়লা চাহ দিবলৈ ক'ব পাৰানে ? তেওঁ যদি কমিচনাৰৰ জীয়েক নহয়, তেন্তে মোৰ সন্দেহৰ কাৰণ নাথাকিব।"

"মই ইয়াত এখন সাধাৰণ দোকান খুলিছো। যদি তুমি বাৰে বাৰে মোক আমনি দিয়া, তেন্তে নিশ্চয় মই তোমাক যাবলৈ ক'ব লাগিব।"

এটা ব্যঙ্গ হাঁহি মাৰি মানুহটো গুছি গ'ল।

থৰ থেদাকৈ সিহঁতে জেদৰ বিক্ৰীবস্তু আৰু মূল্যবান বস্তু বাহানি লৈ এখন নাও ভাৰা কৰি ৰাতিৰ আন্ধাৰৰ সুবিধা লৈ নৈয়েদি পলাই গ'ল। সিহঁতৰ কেচুৱাটো তেতিয়া কেৱল তিনিমহীয়া।

ই সত্তৰ মানুহৰ নিষ্ঠুৰতা নাইবা অদৃষ্টৰ পৰিহাস। এমহীয়া নৌযাত্ৰাৰ পাছত সিহঁতৰ কেচুৱাটোৰ অসুখৰ বাবে 'কানশ্বিয়েন' ত বৈ যাব লগাত পৰিছিল। সিহঁতৰ তেতিয়া ধনৰ আৱশ্যক খুউব বেচি হৈ পৰিল। চেংপোৱে তাৰ স্বকীয় উৎকৃষ্ট সৃষ্টি অন্ধচকুৰ মূৰ দোৱাঁই থকা এটা কুকুৰৰ মূৰ্ত্তি "ওৱাঙ' নামৰ জেদ সদাগৰ এজনক বেচিলে।

সদাগৰ জনে ক'লে "কেলেই, এইবোৰ দেখোন পাৰহ জেদ্। কোনো শিল্পীয়ে আৰু এনেকুৱা বস্তু সৃষ্টি কৰিব নোৱাৰে। অপৰিসীম সৌন্দৰ্য্য।"

চেংপোৱে কলে, "আপুনি ঠিক ধৰিছে। মই এইবোৰ 'পাৰহ'ৰ পৰা আনিছো।" সি মনে মনে খুউব তৃপ্তি পালে।

এদিন সেই ভেদে সদাগৰ ওৱাঙে আৰু কিছুমান 'পাৰহ জেদ' পোৱাৰ আশাৰে চেংপোক তেওঁৰ দোকানলৈ নিমন্ত্ৰণ কৰিলে।

চেংপোৱে সুধিলে "তুমি ইমান দিন ক'ত আছিলা ?" এটা পার্চেল মোকোলাই ওৱাঙে ক'লে, "কিয়ানৰ পৰা এই আহি পাইছোহি। চোৱা ! এইটো উঠি যোৱা 'পাৰহ' দোকানখনৰ"।

চেংপো একেবাৰে নিতালমাৰি আছিল ; যেতিয়া ওৱাঙে এটা বান্দৰৰ মূৰ্ত্তি উলিয়ালে, তেতিয়া চেংপোৱে চিঞৰি ক'লে, "নকলী"।

সদাগৰ জনে লাহে লাহে ক'লে, "তুমি ঠিক ধৰিছা। বান্দৰটোৰ মুখখনত একো প্ৰকাশভঙ্গী নাই। তুমি একেবাৰে ইয়াৰ শিল্পীৰ দৰে কৈছা"।

চেংপোৱে সঙ্কোচেৰে ক'লে "মই জানোঁ"।

"হয় মোৰ মনত পৰিছে—তুমিয়েই মোক সেই আশ্চৰ্য্যজনক মূৰ দোৱাই থকা কুকুৰটো দিছিলা। মই তোমাক কবলৈ বেয়া নাপাওঁ—যে মই সেই কুকুৰটো বেচি প্ৰায় দুগুণ লাভ কৰিলো, তোমাৰ তেনে ধৰণৰ কিবা বস্তু আছে নেকি ?"

"মই তোমাক 'পাৰহৰ' প্ৰকৃত বান্দৰৰ মূৰ্ত্তি কেনেকুৱা তাক দেখুৱাম।"

তেওঁৰ দোকানতেই চেংপোৱে 'কিয়ানত' তৈয়াৰ কৰা এটা মূৰ্ত্তি দেখুৱালে। আৰু ওৱাঙে সেইটো বেচিবলৈ তেওঁক বাধ্য কৰালে।

পিছৰ বাৰ নানচেঙলৈ যাওঁতে তেওঁ বন্ধু মহলত কৈছিল যে—জেদৰ কিছুমান লেখত ল'ব লগীয়া বস্তু পশ্চিম চীনত থকা এজন সাধাৰণ পুতলা দোকানীয়ে সংগ্ৰহ কৰিছে। তেওঁ আৰু কৈছিল যে তাত আৰু এনে সৌন্দৰ্য্যপূৰ্ণ বস্তু আছে।

"এজন সাধাৰণ মানুহৰ হাতত এনে ধৰণৰ মূল্যবান বস্তু থকাটো বৰ আচৰিত যেন লাগে।"

প্ৰায় ছমাহৰ পাছত তিনিটা সৈনিকে চেংপো আৰু কমিচনাৰৰ জীয়েকক ৰাজধানীলৈ নিবলৈ আদেশ পত্ৰ লৈ আহিল। কমিচনাৰৰ অফিছৰ সেই চেক্ৰেটেৰী জনো ইহঁতৰ লগত আহিছিল।

চেংপোৱে ক'লে, "যদি তোমালোকে মোক কিছুমান বস্তু লগত নিবলৈ দিয়া, তেন্তে মই তোমালোকৰ লগত যাম।"

"এৰা, তাতে কেচুৱাটোৰ আৱশ্যকীয় বস্তুও যাব লাগিব"। মেলিনাই ক'লে।

"ইযে কমিচনাৰৰ নাতিনীয়েক সেইটো নাপাহৰিব। যদি ইয়াৰ বাটত কিবা অসুখ হয়, তেন্তে তাৰ বাবে আপুনি জগৰীয়া হ'ব"।

সিহঁতক বাটত ভদ্ৰ ব্যৱহাৰ কৰিবলৈ কমিছনাৰে মানুহ কেইটাক নিৰ্দ্দেশ দি পঠাইছিল। সৈনীক কেইটা দোকানৰ সম্মুখত বৈ চেংপো আৰু মেলিনাক ভিতৰলৈ যাবলৈ অনুমতি দিলে।

বিদায়ৰ বিষন্ন মুহূৰ্ত্ত আহিল। জীৱনত কোনো দিনেই সিহঁতৰ লগত দেখাদেখি নহয় বুলি জানি চেংপোৱে মেলিনা আৰু কেচুৱাটোক চুমা খালে। আৰু পাছত লাহে লাহে খিৰিকিয়েদি পাবহি গুচি আহিল।

মেলিনাই খিৰিকিৰ পৰা লাহে লাহে কৈছিল "তোমাৰ কাৰণে মোৰ অন্তৰত সদায় প্ৰেম থাকিব। তুমি আৰু কাহানিও জেদ্ স্পৰ্শ নকৰিবা।"

খিবিকিব ওচৰত থিয় হৈ এটা হাতজোকাবি জোকাবি চিবদিনৰ কাৰণে বিদায় দিয়া মেলিনাক চেংপোৱে দুবৰ পৰা শেষ বাৰৰ কাৰণে চাই লৈছিল।

চেংপোক চকুৰে নমনা হোৱাৰ পাছত তাই বস্ত্ত-বাহানি সামৰাত ব্যস্ত থকাৰ ভাও দেখুৱাই কেইটামান বস্তুলৈ গধুৰ মনেৰে লাহে লাহে দোকানৰ সম্মুখলৈ ওলাই আহিল। তাই সিহঁতক লবাটো চাবলৈ ক'লে আৰু অন্য বস্তুবাহানি সামৰাত ব্যস্ত থকাৰ ভাও দেখুৱালে। সৈনীক কেইটাৰ সন্দেহ হৈছিল, আৰু ঘৰটোৰ চুকে-কানে ভালদৰে চাবলৈ ধৰিলে। কিন্তু চেংপোক নেপালে।

মেলিনাই ঘৰলৈ উভটি আহি মাকৰ মৃত্যুৰ বাতৰি পাইছিল আৰু দেউতাকক সম্পূৰ্ণ বুঢ়া অৱস্থাত পাইছিলহি। যেতিয়া মেলিনাই আহি দেউতাকক অভিবাদন জনালে, তেতিয়া ক্ষমাৰ কোনো চিনেই বৃদ্ধ দেউতাকৰ মুখত দেখা পোৱা নগ'ল। কেৱল মাত্ৰ কেচুৱাটোলৈ চকু ফুৰাই তেওঁৰ মনটো কিছু পৰিমাণে কুমলিছিল। আনহাতে, বুঢ়া মানুহ জনে কিছু উপশম পাইছিল যে—চেংপো আৰু নাই। অৱশ্যে চেংপো অহা হেতেনো কমিছনাৰ জনে কি কৰিলেহেতেন তাৰ সন্দেহ আছিল। সম্ভৱ তেওঁ তেতিয়াও সেই মানুহটোক ক্ষমা কৰিব নোৱাৰিছিল, যি তেওঁৰ জীয়েকৰ জীৱনটো কলুষিত কৰিছিল আৰু পৰিয়ালটোলৈ বিপৰ্য্যয় মাতি আনিছিল।

বছৰৰ পাচত বছৰ পাৰহৈ গ'ল। চেংপোৰ কোনো সংবাদ পোৱা নগ'ল। কেন্টনৰ গবৰ্ণৰ এদিন ৰাজধানীলৈ আহিছিল। কমিচনাৰ জনে তেওঁৰ সন্মানৰ অৰ্থে ভোজ ভাতৰ আয়োজন কৰিলে। সেই সময়তে গৱৰ্ণৰে ক'লে কমিচনাৰে সম্ৰাজ্ঞীক উপহাৰ দিয়া করুণাময়ী দেৱী গৱাকীৰ দৰে, তেওঁ ঠিক তেনে ধৰণেৰে আচৰিত আৰু নিপুণ কাৰুকাৰ্য্যৰ এজনা মূৰ্ত্তি আনিছে। প্ৰকৃততে ই অতি মনোৰম মূৰ্ত্তি। তেওঁ এই মূৰ্ত্তিজনাক যুগল কৰিবৰ কাৰণে সম্ৰাজ্ঞীক দিব।

"মই আপোনালোকক দেখুৱাবলৈ ধৈৰ্য্য ধৰিম।" গবৰ্ণৰ জনে উল্লাহেৰে কৈছিল।

ভোজভাত শেষ হৈ যোৱাৰ পাছত এটা উজ্জল কাঠৰ বাকচ ভিতৰলৈ আনিলে। তেতিয়া বগা পাথৰৰ করুণাময়ী দেৱীক বাকচটোৰ পৰা উলিয়াই টেবুলৰ সোঁমাজত থলেহি। সকলোৱে উবুৰিখাই মেজৰ ওপৰত পৰিল। এই গৱাকীয়েই সেই বিৰহিনী করুণাময়ী দেৱী।

মেলিনাক এজনী লিগিৰীয়ে খৰখেদাকৈ কলেগৈ। মেলিনাই কোঠাটোলৈ গল আৰু টেবুলৰ সোঁমাজত শিলৰ মূৰ্ত্তিজনাক দেখি একেবাৰে শেতা পৰি গ'ল। তাই মনে মনে ক'লে "তেৱেঁই এইজনা তৈয়াৰ কৰিছে। মই ভালদৰে জানো এই জনা তেওঁৰেই।" চেংপো জীয়াই আছেনে নাই এই কথা জানিবৰ আগ্ৰহেৰে তাই শিল্প বিষয়ে পতা কথা শুনিবৰ বাবে কান পাতি ৰ'ল।

এজন অতিথিয়ে প্ৰশ্ন কৰিলে "ইয়াৰ শিল্পী জন কোন ?" কেন্টনৰ গৱৰ্ণৰে কবলৈ ধৰিলে "সেইটোৱেইটো কাহিনীটোৰ উল্লেখযোগ্য অংশ।"

"তেওঁ সম্পূৰ্ণ ৰূপে জেদৰ শিল্পী নহয়। মই মোৰ পৰিবাৰৰ ভাগিনৰ পৰা তেওঁৰ বিষয়ে জানিব পাৰো। তাই কোনোবা এখন বিয়ালৈ যাওঁতে মোৰ পৰিবাৰৰ পুৰণি কলীয়া ব্ৰেচলেট যোৰ পিন্ধি গৈছিল। দুটা ড্ৰেগণ মূৰ্ত্তি আকৃতিৰে ব্ৰেচলেট জোৰ ধুনীয়া। ভাগীনজনীয়ে তাৰে এপাত

ব্ৰেচলেট ভাঙি একেবাৰে অধীৰ হৈ পৰিল। এইটো বৰ দুখ লগা কথা আছিল। কিয়নো ব্ৰেচলেট যোৰ অতি অনুপম আৰু মেৰামতি কৰিব পৰা বিধৰ নাছিল।" ভাগীনজনীয়ে সেই মোৰ ব্ৰেচলেটৰ পৰিবৰ্তে আন এযোৰ ব্ৰেচলেট আনিদিব খুজিলে। তাই প্ৰত্যেক দোকানলৈ গৈ উভটি আহিব লগাত পৰিছিল। কিয়নো তেওঁলোকে খোলাখুলিকৈ ক'লে যে এই কেইদিনৰ ভিতৰত আৰু নোৱাৰি মই চাহ দোকান বোৰত বিজ্ঞাপন দি ফুৰিলো। বিজ্ঞাপন শুনি অপৰিষ্কাৰ কাপোৰ কানিৰে পৰিচিত এটা মানুহ আহিছিল। তেওঁ ব্ৰেচলেট যোৰ জোৰা লগাব পাৰিম বুলিলে আৰু জোৰা লগাইছিল। সেইবাৰেই প্ৰথম মানুহ জনৰ কথা গম পাওঁ।"

সম্ৰাজ্ঞীয়ে কৰুণাময়ী দেৱী গৰাকীক যুগল কৰিবৰ ইচ্ছা কৰা শুনি মোৰ এই দক্ষ শিল্পীজনৰ কথা মনত পৰিল। মই কেণ্টনত পোৱা সকলোতকৈ উৎকৃষ্ট জেদ অনাই তেওঁক মতাই পঠালোঁ। তেওঁ মোৰ ওচৰলৈ আহোতে এটা হাতে হাতে ধৰা পৰা চোৰৰ দৰে ভয়ত অধীৰ হোৱা দেখিলো।

"মই যে সম্ৰাজ্ঞীৰ ওচৰত থকা দেৱী গৰাকীক যুগল কৰিবলৈ এই জনা মূৰ্ত্তি সাজিবলৈ তেওঁক মতাইছিলো এইটো কৰলৈ বহুত সময় লাগিছিল।" মই যেতিয়া ঘূৰণীয়া ইয়াৰিং যোৰৰ কথা কলো তেতিয়া তেওঁ চকিত হৈ উঠিছিল। লাহে লাহে তেওঁ শিলচতাৰ ওচৰ চাপিছিল আৰু প্ৰত্যেকটো কোন ভালদৰে পৰীক্ষা কৰি চালে। মই সুধিলো "কি হৈছে?" এই টুকুৰা ভাল নহয়নেকি?" অৱশেষত তেওঁ ঘূৰি চালে আৰু গৰ্ব্বিত ভাবে ক'লে "এই টুকুৰা খুব ভাল হব। ইয়াৰ যত্ন সফল হব।" তাৰ জীৱনতে এনেকুৱা ধৰণৰ জেদ পোৱাতোকে কল্পনা কৰি আহিছিল। "গৱৰ্ণৰ মই ইয়াক কৰিম। কিন্তু কাৰুকাৰ্য্যৰ বিনিময়ত একো মূল্য দিব নোৱাৰিব আৰু মোৰ স্বকীয় অনুভূতি বিলাক প্ৰকাশ কৰিবলৈ আপুনি সম্পূৰ্ণ স্বাধীনতা দিব লাগিব।"

"মই তেওঁক সকলো লাগতীয়াল সৰঞ্জাম যোগাৰদি তেওঁক এখন সাধাৰণ বিচনা আৰু টেবুল দি এটা কোঠালিত ৰাখিছিলো।

তেওঁ এজন অদ্ভুত মানুহ আছিল। তেওঁ কাৰো সৈতে কথাবাৰ্ত্তা নহৈছিল। আনকি তেওঁৰ আহিলা পাতিৰ যোগাৰ ধৰা চাকৰটোৰ প্ৰতিও কৰ্কশ আছিল কিন্তু তেওঁ কাৰবাৰ অনুপ্ৰেৰণাত কাম কৰি আছে। প্ৰথম পাঁচমাহ মানলৈকে তেওঁ মোক মূৰ্ত্তিটো চাবলৈ নিদিছিল আৰু তিনিমাহ মানৰ শেষতহে তেওঁ কামতো সম্পূৰ্ণ কৰিছিল। মূৰ্ত্তি জনাক প্ৰথমে দেখি মই নিজকে পাহঁৰি গ'লো। ঠিক বৰ্ত্তমান তোমালোকৰ দৰে। শিল্পীজনৰ মুখত মই এটা আচৰিত ভাব দেখিছিলোঁ যেতিয়াই জেদ্ মূৰ্ত্তিটোলৈ অনিমেষ নেত্ৰে চাইছিল।"

তাৰ পাছত শিল্পীজনে লাহে লাহে কৈছিল—

"গৱৰ্ণৰ মহোদয় মই আপোনাক কৃতজ্ঞতা জ্ঞাপন কৰিছো। এই মূৰ্ত্তিটোৱেই মোৰ জীৱনৰ কাহিনী।"

"মই উত্তৰ দিয়াৰ আগতেই তেওঁ গুছি গৈছিল। মই তেওঁৰ পাছে পাছে গৈয়ো তেওঁক নাপালো। পৃথিবীত কোনোৱে নজনা কোনত তেওঁ অদৃশ্য হৈ পৰিছিল।"

গৰৰ্ণৰৰ কথাৰ অন্ত পৰাৰ লগে লগে ওচৰৰ কোঠাটোৰ পৰা তিৰোতা মানুহৰ বেদনা দীন্ চিঞৰ শুনা গ'ল। সেই চিঞৰটো ইমান করুণ আৰু বেদনা সনা আছিল যে কোঠাটোৰ সকলো মানুহেই অধীৰ হৈ পৰিলে। অৱশেষত বুঢ়া কমিচনাৰ জন বেদনাত বুকুভাগি মজিয়াত পৰি থকা মেলিনাৰ ওচৰলৈ দৌৰি গ'ল।

পৰিয়ালটোৰ লগত বেচি আন্তৰিকতা থকা এজন অতিথিয়ে উদভ্ৰান্ত গৰৰ্ণৰ জনক ফুচফুচাই ক'লে "সেই জনী কমিচনাৰৰ জীয়েক, তায়েই সেই দেৱী গৰাকী। মোৰ সম্পূৰ্ণ বিশ্বাস যে আপোনাৰ সেই শিল্পী জন তাইৰ গিৰিয়েক, চেংপোৰ বাহিৰে আনকোনোৱেই নহয়।"

কিছুপৰ সহজ হোৱাৰ পাছত তাই লাহে লাহে সকলোৰে আগত থকা টেবুল খনৰ ওচৰলৈ আহিল। তাই হাত দুখন বাৰে বাৰে মূৰ্ত্তিজনাৰ ওপৰত ফুৰাই দিলে আৰু অৱশেষত তাই জোৰেৰে সাৱতি ধৰিছিল। তেতিয়া তাই অনুভব কৰিলে যেন আকৌ এবাৰ গিৰিয়েকৰ হিয়াঁৰ আঁহে পাঁহে জাপ খাই থকা মৰম খিনিৰ উম পাইছে। আলহীবৃন্দই অনুমান কৰিব পাৰিছিল যে শিলৰ মূৰ্ত্তিজনা আৰু ছোৱালী জনী দুয়োজনী অবিকল একেজনী মানুহেই।

যেতিয়া সমস্ত কাহিনী গৰৰ্ণৰজনে শুনিলে তেতিয়াতেওঁ ক'লে,—

"মোৰ মূৰ্ত্তি গৰাকী তুমি ৰাখা। মই সম্ৰাজ্ঞীৰ কাৰণে আন উপহাৰৰ ব্যৱস্থা কৰিম। মই ভাবো ই তোমাক যৎকিঞ্চিৎ পৰিমাণ হলেও কিছু সান্ত্বনা দিব। তোমাৰ স্বামীৰ সৈতে পূৰ্ণ মিলন নোহোৱালৈকে এইটো তোমাৰ।"

সেইদিনাৰ পৰা কিবা এটা অচিন ব্যাধিয়ে খুলি খুলি খোৱাৰ দৰে মেলিনা দুৰ্ব্বল হৈ পৰিছিল। কমিচনাৰ জনে চেংপোক পোৱাহেতেনো সকলো বোৰ দোষ মাৰ্জ্জনা কৰিলেহেতেন। পিছৰ বসন্তত কেণ্টনৰ গৰৰ্ণৰৰ পৰা সংবাদ পোৱা গ'ল যে চেংপোৰ কাৰণে কৰা সকলো অনুসন্ধানেই অৰ্থহীন।

তাৰ দুবছৰৰ পাছত চহৰত দেখা দিয়া সংক্ৰামক ৰোগত পৰি চেংপোৰ লৰাটো ঢুকাল। মেলিনাই তেতিয়া চুলি খুৰাই কেৱল মাত্ৰ জেদৰ মূৰ্ত্তি গৰাকী লগতলৈ 'কনভেণ্টত' সোমাইছিল। যাজকনী সকলৰ মতে তাই এখন স্বকীয়া জগতত বাস কৰিছিল। আনকি কোনো সন্ন্যাসিনীকে আদিকে তাইৰ কোঠালৈ সোমাবলৈ নিদিছিল।

যাজকনীয়ে গৰৰ্ণৰজনক কৈছিল যে মেলিনাই ওৰেৰাতি স্তুতিগীত লিখি জেদ মূৰ্ত্তি গৰাকীৰ সন্মুখত পুৰি পেলোৱা দেখা গৈছিল। তাইৰ স্বকীয়া জগত খনত কাৰোৰ প্ৰৱেশাধিকাৰ নাছিল। কিন্তু তাই সম্পূৰ্ণ সুখী আছিল আৰু কাকো অহিত চিন্তা নকৰিছিল।

কনভেণ্টলৈ অহাৰ কুৰি বছৰ মানৰ মূৰত মেলিনাৰ মৃত্যু হ'ল। এই দৰে মৰণশীল দেৱী গৰাকী লোক সমাজৰ পৰা নিঃছিন্ন হৈ গ'ল। কিন্তু জেদৰ মূৰ্ত্তি গৰাকী স্থায়ী হৈ ৰৈ গ'ল।*

* Lin Yutangৰ প্ৰেমৰ গল্প The Jade Goddessৰ ভাঙনি।

# মোৰ মানসী প্ৰিয়া

ৰচনা—মাৰ্ক টুৱেইন

অনুবাদ— শ্ৰী গুণীন্দ্ৰনাথ দত্ত ( তৃতীয় বাৰ্ষিক ঃ কলা )

মই তাইক প্ৰথম লগ পাইছিলো, যেতিয়া মোৰ বয়স সোতৰ আৰু তাইৰ পোন্ধৰ আছিল। এইটো আছিল সপোনৰ কথা। আন আন সপোন বোৰৰ দৰেই ইও এটা সপোন। তেতিয়া মই আছিলো মুচৌৰীৰ কোনোবা এখন গাৱঁৰ সীমাত থকা কাঠৰ দলংখনৰ ওচৰত আৰু সেইয়া তাই—মোৰ পৰা পাঁচ খোজ মান আঁতৰত। সেই নিৰ্জ্জন প্ৰান্তত আমাৰ বাহিৰে কোনোৱেই নাছিল। আমাৰ পাছত গাৱঁৰ শেষ মানুহ ঘৰ। সেইটো এজন কমাৰৰ ঘৰ। কমাৰ শালৰ নীৰৱতাক নেওঁচি যোৱা হাতুৰিৰ কোৰ বিলাক শুনি মোৰ খুব ভাল লাগিছিল। এই শব্দ বিলাকত মই কিবা এটা অনুশোচনাৰ সুৰ থকা যেন লক্ষ্য কৰিছিলো। অৱশ্যে এইটো কিহৰ মই নাজানিছিলো; কিজানি তুমিও নাজানা। আমাৰ সম্মুখৰ দিগন্তত মিলি যোৱা গাৱঁৰ একা বেঁকা নিৰ্জ্জন বাটটো এডাল ফিটাৰ দৰে পৰি আছিল।

মোৰ এই সকলোবোৰ মনত আছে- তাইকো। এই ধৰা তাইৰ খোজ-কাটল আৰু সাজ-পাৰৰ ধৰণ-কৰণ। উপমা দিবলৈ হলে ক'ব লাগিব মই তাইৰ নিচেই কাষতে আছিলো। কাৰণ মই তাইক ভাল পাইছিলো। তাইৰ বিষয়ে একো নাজানিছিলো যদিও, তাই মোৰ এই আচৰণ বিলাক বেয়া পোৱা নাছিল। কিয়নো কোনো প্ৰতিবাদৰ লক্ষণ মই সেইফালৰ পৰা দেখা নাছিলো। বৰঞ্চ তাইও এখন হাতেৰে মোৰ কঁকালত জোৰেৰে ধৰি মুখখন মোৰ মুখৰ ওচৰলৈ তুলি দিছিল। মোৰ ওঁঠৰ পৰশত তাইৰ সেই সক বঙা ওঁঠ দুটা বেচি ৰঙা হৈ উঠিছিল। আৱেগত তাই চকু দুটা মুদি দিছিল। মোৰ এই মৰমৰ চুমা বিলাক তাই এনে ভাবে লৈছিল যে মোৰ চুমা নিদিয়াটো বা তাই গ্ৰহণ নকৰাটো যেন কিবা এটা অস্বাভাবিক।

আমাৰ এই মিলন-প্ৰীতি ভাই-ভনীৰ নহয়। তাতোতকৈও ঘনিষ্ঠ। ই কোনো প্ৰণয়নীৰ ভাল পোৱাও নহয় কাৰণ ই কাম গন্ধহীন কিবা এটা বেছি ধুনীয়া, বেছি আকৰ্ষণীয়।

আমি খোজ কাঢ়ি গৈ আছিলো কোনো এক বৃদ্ধ বন্ধুৰ দৰে গল্পৰ মহলা মাৰি। তাই মোক জৰ্জ্জ বুলি মাতিছিল। অৱশ্যে সেইটো মোৰ আচল নাম নহয়। তাই দিয়া নাম হে আছিল। মই হলে তাইক এলিচ্ বুলি মাতিছিলো। এনেকৈ আহি থাকোতে আমি ক'ব নোৱাৰাকৈ এটা সম্পূৰ্ণ কাঠেৰে নিৰ্ম্মিত ঘৰত সোমাই পৰিলো। ঘৰটোত থকা টেবুলখন নানা ৰকমৰ

লোভনীয় খাদ্য বস্তুৰে ভৰি আছিল।—তাৰ পৰা ওলোৱা গৰম ধোঁৱা বিলাক আঁকাই-পকাই গৈ ওপৰৰ চালত নাইকিয়া হৈ গৈছিল। জুহালৰ ওচৰৰ কাঠৰ সৰু চকি খনত এটা মেকুৰী নিশ্চিন্ত মনে শুই আছিল। মানুহৰ নামত আমি দুজনৰ বাহিৰে কোনো নাছিল। কোঠাটো নীৰৱ আৰু শান্ত।

মোক বহিবলৈ কৈ তাই ওচৰৰ কোঠাটোলৈ গ'ল। কেৰেক্ কৈ দুৱাৰ জপোৱাৰ শব্দ মোৰ কাণত পৰিল। মই তাইৰ কাৰণে বৈ আছিলো অকলে বহুত সময়। যেতিয়া এলিচৰ কোনো সাৰ শব্দ নাপাই মই দুৱাৰ খোলোঁ তেতিয়া মই নিজক এখন আচৰিত ৰকমৰ কবৰ স্থানত এলিচ্ এলিচ্ কৈ ঘূৰি ফুৰা দেখা পালোঁ। বান্ধনি বেলিৰ পোহৰ পৰি স্মৃতি-স্তম্ভ বিলাক জিলিকি উঠিছিল। লগে লগে সন্ধ্যা নামিছিল—গতিকে মই কেনিও বাট নোপোৱা হলোঁ।

তাৰ পাছত মই সাৰ পালোঁ। তেতিয়া মই মোৰ ফিলাডেলফিয়াৰ বিছনাত। মোৰ বয়স তেতিয়া সোঁতৰ নহয় উনৈশ।

দহ বছৰৰ পাছৰ কথা। তাইক আকৌ লগ পালো। মোৰ সেই একেই সোতৰ বছৰ আৰু তাইৰ পোন্ধৰ বছৰ। আমি তেতিয়া মিচিচিপিৰ এখন গহীন বনত। গছলতা বিলাকে ৰবক্ষৰ সাজ পিন্ধিছিল। নঙঠা গছ বিলাকৰ ফাকেদি দূৰৈৰ নৈ খন এচতা ৰূপৰ পাত যেন দেখা গৈছিল। মই বননি ডবাত বহি আছিলো আৰু লাগ-বান্ধ নোহোৱা কথা ভাবিছিলো। তাই মোৰ ডিঙিত ওলমি সৰু ছোৱালী এজনীৰ দৰে অনৰ্গল কথা কৈ গৈছিল। সময় অপচয় কৰাৰ কথা আমাৰ মনত পৰা নাছিল। অথবা আমি উত্তেজিত হোৱা নাছিলো। সাধাৰণ ভাবেই কটাই দিছিলো সময় বিলাক। তাই মোক জেক্ বুলি মাতিছিল। মই কি বুলিছিলো জানা,—হেলেন ; সেই দুটাই আমি বিচাৰি পোৱা ভাল নাম আছিল।

হাবিৰ মাজে মাজে ফুৰি আমাৰ খুব ভাল লাগিছিল। এই দৰে আমি থাকোতে এটা সৰু বনৰীয়া জুৰীৰ পাৰ পালোহি। তাই মোক কলে—"মোক দাঙি নিয়ানা জেক্। নহলে যে মোৰ ভৰি দুটা তিতিব।"

মই তাইক হাতত মোৰ টুপীটো দি তাইক দাঙি ললোঁ। সেই দীঘল আবেলিটো, মাইলৰ পাচত মাইল মই তাইক বোকোচাত লৈয়েই কটালো, মোৰ কোনো ভাগৰ লগা নাছিল। এন্ধাৰ হোৱাত লগে লগে আমি এটা পকী ঘৰত সোমাই পৰিলো। সেইটো এলিচৰ ঘৰ।

মই তাইক সেই দৰেই নি ভিতৰ পোৱালোগৈ। ঘৰৰ সকলোৱে মোক চিনি পাই, আৰু ময়ো সকলোকে চিনি পাওঁ, যদিও তেখেত সকলক মই ইয়াৰ আগতে ক'তো দেখা নাছিলো। এটা নিগ্ৰো লগুৱা সোমাই সি মোৰ কাৰণে কি কৰিব লাগিব সুধিলে, এই প্ৰশ্নত মই অলপো আচৰিত হোৱা নাছিলো, কিন্তু অলপ বিপাঙত পৰিলো, গতিকে পিছত ভাবি-চিন্তি ক'ম বুলি কলো। সি লাহে লাহে কোঠাটোৰ পৰা আঁতৰ হৈ গল। সেই সময়তে কোঠাটোৰ লাইট

বিলাকৰ যেন পোহৰ কমি আহিবলৈ ধৰিলে, আৰু লাহে লাহে পোহৰ একেবাৰে নাইকিয়া হৈ কোঠাটো আন্ধাৰ হৈ পৰিল। জোনৰ মিঠা পোহৰ কোঠাটোলৈ সোমাই আহিল লগে লগে এছাটি শীতল বতাহ, তেতিয়া দেখা পালো যে মই এটা বৰফাবৃত হ্রদ অতিক্রম কৰিছো আৰু মোৰ হাত দুখন খালি, একো নাই।

হঠাৎ সাৰ পাই দেখো যে মই চানফ্রান্সিসক্ক'ৰ বাতৰি কাকতৰ অফিচৰ মোৰ টেবুল খনৰ ওচৰত বহি আছো, ঘড়ীটোলৈ চাই জানিব পাৰিলো মই মাত্র দুই মিনিটতকৈ কম সময় তন্দ্রাত পৰিছিলো। বৰ আচৰিত কথা এইটোৱেই যে তেতিয়া মোৰ বয়স ২৯ বছৰ।

ইয়াৰ পাছৰ দু বছৰৰ ভিতৰত মোৰ সপোন প্রিয়াক ছেগাচেবেকাকৈহে দেখা পাইছিলো।

মই ১৮৫৬ চনত কেই মাহ মান হাৱাই দ্বীপত কটাইছিলো, আৰু সেই বছৰৰ অক্টোবৰ মাহত চানফ্রান্সিস্কত মই প্রথম বক্তৃতা আৰম্ভ কৰিছিলো। তাৰ পাছৰ বছৰৰ জানুৱাৰী মাহত মই আকৌ মোৰ সপোনৰ প্রিয়াক দেখিছিলো।

এই সপোনটোত মই আকৌ চানফ্রান্সিস্ক'ৰ অপেৰা হাউচৰ ৰঙ্গমঞ্চত বক্তৃতা দিবলৈ সাজু হৈছিলো। কেইআষাৰ মান কৈছিলো মাত্র তাৰ পাছত বৈ গলো ; ভয়ত শেতা পৰিলো কাৰণ মোৰ কবলৈ একোৱেই নাছিল, কিছু সময় মই থত্‌মত্‌ খাই আছিলো। পাচত মানুহৰ ভেড়্‌চালিব পৰা হাত সাৰিবলৈ বুলি কেই আষাৰ মান কবলৈ মুখ মেলিলো। মুঠতে কেউপিনে হাঁহিৰ ৰোল উঠিল। মোৰ লাজ লগা স্বত্তেও এই সকলো বোৰ মুৰ পাতি লৈছিলো। মোৰ এই দোষ বোৰৰ কাৰণে নীচ লোকৰ দৰে ক্ষমা খুজিছিলো তাৰ উত্তৰত শ্রোতা সকলে মোৰ বক্তৃতাত ধিক্কাৰ দি গালি-পাৰি বাহিৰ হৈ গৈছিল। যেতিয়া কোঠাটো একেবাৰে জনশূন্য হ'ল, তেতিয়া মোৰ পৰিচিত এটা সপোন সুৰীয়া মাতে মোৰ সকলো দুখৰ অন্ত পেলাইছিল......ৰ—বা—র্ট—এগনিছে মাতিছিল ? এগনিছ বুলি মইও চিঞৰি দিছিলো।

পিচ মুহুৰ্ত্তত আমি ফুল গোটাই, হাৱাই দ্বীপৰ ফল-ফুলে জাতিস্কাৰ লাও উপত্যকা ( lao valley ) নামৰ পাছ পাইছিলোগৈ। গছৰ ছাঁত বহি আমি আকাশী লতাৰ আকাশৰ মাজলৈ যোৱা আগ বিলাক চাই আছিলো। তাৰ ফুলি থকা সেউজীয়া আগবিলাক নিস্তেজ দেখা গৈছিল যেন বহুত দূৰৰ সাগৰৰ মাজৰ বিনিকি বিনিকি দেখা এটা দ্বীপ। পাছত আমি পৃথিবীলৈ আমাৰ দৃষ্টি নমাই আনিছিলো।

এটা চৰাই উৰি আহি তাইৰ গাত পৰিলহি, মই তাক মোৰ হাতলৈ লৈ আনিলো। লাহে লাহে তাৰ পাখীবোৰ সৰি গ'ল আৰু চৰাইটোক এটা সৰু মেকুৰী হোৱা দেখা পালো। সেই মেকুৰীটোও এটা ঘূৰণীয়া বল হ'ল, বলটো নোম আৰু দীঘল ঠেঙ্গেৰে এটা বিষাক্ত মকৰা হ'ল যেতিয়া এই বিষাক্ত মকৰাটোৱে এটা তৰা মাছৰ ৰূপ লোৱা দেখিলো তেতিয়া তাক মই দলিয়াই দিলো।

পৃথিবীৰ বস্তুবিলাকৰ ক্ষণস্থায়ীত্বৰ বিষয়ে এগনিছে কবলৈ ধৰিলে—মই যেতিয়া শিল এটাৰ

স্থায়ীত্বৰ বিষয়ে কৈছিলো, উত্তৰত তাই তাৰ অস্থায়ীত্বৰ বিষয়ে বহুতো ক'লে, তাই এটা শিল ভাঙি ল'লে। শিলটো এটা বাদুলী হৈ তাইৰ হাতৰ পৰা উৰি গুচি গ'ল। এই আচৰিত ৰকমৰ ঘটনা বিলাক মোৰ খুব ভাল লাগিছিল কিন্তু তাত কোনো উত্তেজনা নাছিল।

এনেকৈ থাকোতে মই সাৰ পালো, আৰু মই তেতিয়া মোৰ এজন বন্ধুৰ সৈতে নিউইয়ৰ্ক চহৰৰ বন্দ ষ্ট্ৰীট অতিক্ৰম কৰিছো। আমি দুয়ো লাগ-বান্ধ-নহোৱা কথা পাতিছিলোঁ, প্ৰায় ১৫ মিনিট মানৰ পাচত, মোৰ বহাত শুবলৈ যোৱাৰ আগতে ডায়েৰীত মোৰ এই সপোনৰ কথা লিখিবলৈ ল'লো। লিখা শেষ কৰি যেতিয়া মই লাইটটো স্নুমাবৰ কাৰণে চুইচত হাত দিওঁ তেতিয়া মই অনুভৱ কৰিলো যেন মই এখন শক্তিশালী বহল মুখত হে হাত দিলো আৰু লগে লগে মই ক'ব নোৱাৰাকৈ অলস হৈ পৰিলো। লাহে লাহে মোৰ টোপনি আহিল আৰু মই আকৌ সপোন দেখিলোঁ।

মই তেতিয়া এথেন্স নগৰীত, যিখনৰ কথা আগতে শুনিছিলোহে কিন্তু দেখা নাছিলো। মই তাৰ শিলত কটা মূৰ্ত্তি বিলাক নতুন আৰু ধুনীয়া বুলি ভালকৈয়ে চিনিব পাৰিছিলো। এই বিলাক পাৰ হৈ মই এটা বঙা বাৰান্দাৰে সজোৱা পকী ঘৰলৈ খোজ ললো। তেতিয়া ভৰ দুপৰ, তাত কোনোৱেই নাছিল। ঘৰটোৰ ভিতৰত খোজ পেলাই মই চাৰিওফালে চকু ঘূৰালো, ঘৰটো আহল-বহল, পোহৰ আহিব পৰাকৈ সজোৱা, বেৰ বিলাক মণি-মুক্তাৰে খচিত, মই এই সকলো বিলাক লিখি ৰাখিলো। দিঠকত কিন্তু মোৰ এনেকৈ লিখা মনত নপৰে। কিন্তু এই বিলাকে মনত সাঁচ নৰহোৱাকৈও এৰা নাছিল, কিয়নো এতিয়াও মোৰ মনৰ পৰা সেই ছবি মাৰ যোৱা নাই, যদিও ই প্ৰায় ৩০ বছৰৰ আগৰ কথা।

তাত এজনক লগ পাইছিলো সেয়া আন কোনো নহয়—এগ্নিছ, তাইৰ গাত সাধাৰণ গ্ৰীক্ মহিলাৰ সাজ, তাইৰ চুলি আৰু চকুযোৰ আধা ঘণ্টাৰ আগত দেখা হাৰাই দ্বীপৰ চকু দুটাতকৈ বেলেগ, তাই এখন বগা হাতী দাঁতৰ চোফাত বহি আছিল; আৰু তাই কিবা এটা গুথিছিল। মই তাইৰ ওচৰতে বহিলো আৰু কথা পাতিবলৈ আৰম্ভ কৰিলো।

আমি যেতিয়া কথা পাতিছিলো তেতিয়া বহুতো সম্ভ্ৰান্ত গ্ৰীক্ নানা ধৰণৰ বিষয়ত তৰ্ক কৰি আমাৰ ওচৰেদি ৰাজকীয় ভঙ্গীৰে পাৰ হৈ গৈছিল, সেই সম্ভ্ৰান্ত গ্ৰীক্ সকলৰ মাজত মই বিখ্যাত দাৰ্শনিক মহামতি চক্ৰেটিচ্‌ক দেখিছিলো,—তেওঁৰ নাকটো দেখিয়েই মই চিনিব পাৰিছিলো।

আজবি সময়ত যেতিয়া মই এথেন্স নগৰীৰ সেই বিৰাট ঘৰটোৰ কথা ভাবো তেতিয়া মই তাৰ শিল্পী জনৰ দক্ষতাৰ বিষয়ে ভূৰি ভূৰি প্ৰশংসা কৰিবলৈও নাপাহৰো, দিঠকত মই এখনো ছবি আঁকা মনত নপৰে, অথবা কোনো এখন ছবিৰ, কোনো এজন লোকৰ হুবহু প্ৰতিকৃতিও মোৰ মনঃ-চক্ষুৰ আগলৈ আনিব নোৱাৰিছিলো কিন্তু মোৰ সপোন-শিল্পী জনৰ, তুলিকাৰ প্ৰতিটো আৰ্ট সত্য নিৰ্ভুল। অঙ্কনত, কল্পনাত এওঁ সিদ্ধ হস্ত, মই দিঠকত চকুদুটা মুদি মোৰ মনলৈ সেই আগেয়ে দেখা সকলো বস্তুকে আনিবলৈ চেষ্টা কৰিছিলো আৰু প্ৰায় কৃতকাৰ্য্য হৈছিলো।

আমাৰ সপোনত মই জনাত আমি কৰিবলগীয়া বা দেখিবলগীয়া বস্তুবোৰকে দেখো।

অন্তৰালে আমাৰ মানস পৰ্দাত মানুহ, গৰু-ম'হ, পশু-পক্ষী বিলাক জীৱন্ত, অমৰণ-অভগন হৈ জিলিকি থাকে।

মোৰ ছকুৰি চাৰি বছৰ বয়সত মোৰ সপোনৰ প্ৰিয়াক ছবছৰত গড়ে এবাৰকৈ দেখিছিলো। মই তাইক এসপ্তাহৰ আগতে অলপ সময়ৰ কাৰণে দেখিছিলো, তাই সেই একেই ১৫ বছৰীয়া আৰু মই ১৭ বছৰীয়া যদিও তেতিয়া মোৰ আচল বয়স তিনিকুৰি তিনি বছৰ। এগনিছ মোৰ কাৰণে কিবা এটা বেছি সত্য ; তাই মোৰ জীৱনৰ সুন্দৰ আৰু মনোৰম অভিজ্ঞতা।

সপোনপুৰীৰ সকলোৱেই সত্য, আনহাতে, দিঠকত মুখা-পিন্ধি ঘুৰি ফুৰা, আমাৰ এই সংসাৰ খনৰ সকলোবোৰেই অসত্য। আমি যেতিয়া মৰিম তেতিয়া হয়তো আমি আমাৰ প্ৰকৃত ৰূপলৈ সপোন পুৰীলৈ যাত্ৰা কৰিম।*

* Mark Twainৰ My Platonic Sweetheartৰ ভাঙনি।

---

*"আজিকালি উচ্চ শিক্ষা পোৱা অসমীয়া ডেকাৰ অভাৱ নাই কিন্তু তেওঁবিলাকৰ পৰা আমি যি পাবলৈ আশা কৰোঁ তাক নেপাওঁ। তেওঁবিলাকৰ সৰহভাগেই স্কুল বা কলেজত যি শিক্ষা আৰু কৃষ্টি অৰ্জন কৰে সেই সোপাকে চাকৰিত সোমোৱা মাত্ৰকে মোহাৰি সামৰি এচুকত দলিয়াই পেলাই দি পুনৰাই সেইবিলাক চৰ্চা কৰিব নোখোজে। এইখিনিতে এটা চুটি গল্প কবলৈ বাধ্য হলো। খলিফা আব্দুল মালিক ৰাজপাটত উঠাৰ আগতে তেখেত মদিনা নগৰত অতি বিদ্বান আৰু ধৰ্ম্মানুৰাগী পুৰুষ বুলি খ্যাত আছিল। তেখেত বেছিভাগ সময় মছজিদৰ ভিতৰত শাস্ত্ৰ আদি মনোযোগেৰে সৈতে পাঠ কৰি কটাইছিল। কিন্তু যিদিনা তেওঁৰ পিতৃদেৱতা স্বৰ্গগামী হয় আৰু তেওঁক ৰাজপাটত উঠিবলৈ আমীৰ সকলে জয়ধ্বনি দি অভিনন্দিত কৰে সেই সময়ত তেওঁৰ হাতৰ কিতাপখনি জপাই থৈ এইদৰে কয় "আজিৰ পৰা তোমাৰ আৰু মোৰ ভিতৰত চিৰবিচ্ছেদ হল।" আজি প্ৰায় বাৰশ বছৰ আগেয়ে কোৱা এই কথা ফাকিৰ মূল মন্ত্ৰ আমাৰ বৰ্তমান ডেকাসকলৰ গাত ফলিৱা দেখা যায়। কিন্তু এই মনোবৃত্তি আমাৰ সমাজ আৰু দেশৰ কাৰণে অহিতকাৰী।"*

—ময়িছুৰ ইচলাম বৰা

( অষ্টাদশ অধিবেশন, ১৯৪০ )

# বহুত পলম হ'ল

বচনা—এ, গ্ৰোজ্‌ডোভা,

অনুবাদ—শ্ৰীফটিক বৰা, (প্ৰথম বাৰ্ষিক ঃ কলা)

মস্কো-টাচখাণ্ট এক্সপ্ৰেচ্‌ এৰিবৰ কাৰণে হুবাব সঙ্কেত পৰিল,—পৰিচালক সকল হুৱাৰ জপোৰাত ব্যস্ত। দ্বিতীয় শ্ৰেণীৰ কম্পাৰ্টমেণ্ট এটাৰ পৰা এজন যাত্ৰী হাতত এটা ভ্ৰমণোপযোগী বাকচ লৈ নামি আহিল। এগৰাকী বৃদ্ধা পৰিচালিকাই তেওঁৰ হাতত এটা টিকট দি গুণগুণাই কলে, "যিহেতু আপুনি আপোনাৰ ইচ্ছা পৰিবৰ্ত্তন কৰিছে আপোনাৰ উদ্দেশ্য সাধন কামনা কৰিলো।" বৃদ্ধা মহিলা গৰাকীয়ে আৰু এটা বাকচ প্লেটফৰ্মৰ ওপৰত নমাই ৰাখিলে। তেওঁ মৃব জোকাৰি মহিলা গৰাকীক ধন্যবাদ জনালে আৰু অটল দৃষ্টিৰে গেটৰ ফালে খোজ চলালে। ৰেল চলিল, লগৰ যাত্ৰী সকলে সেই মানুহজনৰ কথা ভাবিলে—কিয় তেওঁ দুৰ্ব্বোধ্যভাবে যাত্ৰাৰ মাজ ভাগতে নামি ৰ'ল।

*　　*　　*　　*

"এতিয়া কি কৰা যায় ?"—তেওঁ মনতে ভাবিলে। বাকচ দুটা হাতত লৈ চমভ কুইবিচেভ্‌ ষ্টেচনৰ হালধীয়া বডৰ ঘৰটোৰ পৰা ওলাই আহিল। তেওঁ এতিয়া কেনিনো যাব একো সিদ্ধান্ত কৰিব নোৱাৰিলে। চমভে দীঘলীয়া ছুটী লৈ তেওঁৰ পত্নীৰ ফালৰ মিটিৰ-কুতুম্ব সকলৰ লগত দেখা-সাক্ষাৎ হ'বৰ কাৰণে গৈছিল ; কিন্তু যেতিয়া তেওঁ মস্কোত ট্ৰেইনত উঠিছিল তেতিয়া আধা বাটতে নমাৰ কথা তেওঁ সপোনতো ভবা নাছিল ; কুইবিচেভৰ ষ্টেচনৰ কথা মনলৈ অহাই নাছিল।

এই ঘটনা ঘটিল মাথোন এজনী ছোৱালীৰ পৰা। ছোৱালীজনী তেওঁৰ লগতে একেটা কম্পাৰ্টমেণ্টতে আহিছিল। তাৰোপৰি চিৰপৰিচিত ভল্‌গাৰ জলৰাশি আৰু নৈৰ কাষত ইফাল-সিফাল কৰি থকা মাছমৰীয়া সকল আৰু গছ-গছনীৰ সুশোভিত দৃশ্যয়ো তেওঁৰ মন সচকিত কৰিলে। ছোৱালীজনী মাথোন আৰম্ভনিহে।

এই ছোৱালীজনী,—চমভৰ সহযাত্ৰী তাই, খুবেই কথকী আৰু চঞ্চল। ছোৱালীজনী টাচ-খাণ্টলৈ মামাকৰ লগত গৈছিল। মামাক এজন বিষণ্ণ বদনেৰে গাম্ভীৰ্য্যপূৰ্ণ মানুহ। তেওঁ সঘনে স্মকিং কম্পাৰ্টমেণ্টলৈ গৈছিল।

চমভক অকলে পাই সেই তেজস্বী, সমাজপ্ৰিয় ছোৱালীজনীয়ে কথাৰ উত্থাৰনা কৰিলে। ভ্লাডিমাৰ চমভে বিনীতভাৱে হাঁহি এটি মাৰি কিতাপখন হাতৰপৰা আঁতৰাই ৰাখি কথাবাৰ্ত্তাত যোগ দিলে।

গলয়াই ক'লে যে তেওঁৰ মাকে বৰ্ত্তমান ওৱ্‌ৰ্কাব্‌চ্‌ ডিপ্লোমাৰ কাৰণে পঢ়ি আছে আৰু তেখেতৰ সময় নাই দেখিয়েই মামাক মায়চাই তেওঁক গ্ৰীষ্ম কালৰ সময়ছোৱা মাকৰ লগত কটাবৰ কাৰণে নিবলৈ টাচথাণ্টৰ পৰা আহিছে।

"মামাই কৈছে যে, টাচথাণ্ট খুউব সুন্দৰ ঠাই কিন্তু। মই মামাৰ কাৰাণ খুউব ভয় খাইছো। তেখেত উগ্ৰ প্ৰকৃতিৰ মানুহ, আনহাতে মোৰ দেউতা খুউব শান্ত,"— ছোৱালীজনীয়ে দুখেৰে ক'লে।

"তোমাৰ দেউতা ক'ত থাকে?"

"দেউতাৰ যুদ্ধত মৃত্যু হ'ল,"—তাই নম্ৰভাবে উত্তৰ দিলে। যুদ্ধ শেষ হোৱা প্ৰায় দহ বছৰ হৈছে আৰু গলয়াৰ বয়স তেতিয়া মাথোন সাত বছৰ হৈছিল। মামাক ঘূৰি আহিল আৰু তেওঁ-লোকে কথা পতা শুনিলে। মামাকে চমভক মনেমনে অনুৰোধ কৰিলে যাতে তাইৰ দেউতাকৰ কথা আৰু নুলিয়ায়। দেউতাকৰ কথা ওলালে তাই দুখ কৰে।

চমভ কোমল তুলিৰ পৰা চিট্‌ত বহি পৰিল আৰু আগত কিতাপখন মেলি ল'লে, কিন্তু তেওঁ ইখিলাৰ পাচত সিখিলা পাতহে লুটিয়াই গ'ল—পঢ়া নহ'ল। তেওঁ অন্য কথাহে ভাবিবলৈ ধৰিলে। চমভে কাম কৰা অনুষ্ঠানটোৰ খাজাঞ্চিজনে তেওঁৰ দৰ্ম্মহাৰ কিছু অংশ টকা বাদ দি ৰাখিছিল আৰু তাক কুইবিচেভলৈ পঠাইছিল। বহুতবাৰ নতুন ঠিকনাৰ কথা জনোৱা হৈছিল কিন্তু খাজাঞ্চিজনৰ বাদে অন্য কোনেও সেই কথাত মনোযোগ দিয়া নাছিল।

তেওঁৰ অতীতৰ কথা আনকি তেওঁৰ দ্বিতীয় পত্নীয়েও কেতিয়াও উল্লেখ কৰা নাছিল, কিন্তু এই ছোৱালীজনীৰ লগত কথা-বতৰা হোৱাৰ লগেলগে তেওঁৰ অতীতৰ সকলো কথা মনত পৰিল। বিগত দিনৰ স্মৃতিয়ে তেওঁৰ মনত খেলা কৰিবলৈ ধৰিলে আৰু তেতিয়া তেওঁ ভাবৰ আবেগ বোধ কৰিব নোৱাৰিলে।

এইবিলাক কোনো আবেগপূৰ্ণ বা হৃদয়বিদাৰক সোঁৱৰণ নহয়—ই হ'ল এক মানবীয়, জ্ঞাত মধুৰ ভাব, যি তেওঁৰ মনত লুকাভাকু খেলিছে।

"মই টাচথাণ্টৰ পৰা সোনকালে ঘূৰি আহি কুইবিচেভলৈ যাম", এইবুলি চমভ দৃঢ়প্ৰতিজ্ঞ হ'ল আৰু এই সংকল্প লোৱাৰ পৰাহে তেওঁ কিছু সকাহ পালে। কিন্তু সন্ধ্যা সময়ত যেতিয়া কোঢ়াল কমি আহিল তেতিয়া চমভৰ মন মধুৰ ভাবে আৱৰি ধৰিলে।

* * * * *

চমভে তেওঁৰ প্ৰথম পত্নী ইবিনাৰ লগত প্ৰথম চিনাকি হয় কুইবিচেভ্‌ত। সেই সময়ত তেওঁ প্ৰশিক্ষণ লৈ কুইবিচেভ্‌ৰ এটা কাৰখানাত কাম কৰিছিল। অপৰিচিত নগৰখনত প্ৰথমেই চমভে অকলশৰীয়া অনুভৱ কৰিছিল, কিন্তু অতি সোনকালেই তেওঁ সহকৰ্মী সকলৰ সৈতে চিনাকি হ'ল আৰু মাজেসময়ে তেওঁলোকৰ ঘৰলৈও যাবলৈ ধৰিলে। তেওঁৰ সহকৰ্ম্মী ষ্টিপেনভিচ্‌ৰ লগতে তেওঁৰ ভনীয়েকো আছিল। সেই গা-পাতল, চঞ্চল ছোৱালীজনীৰ ধুনীয়া চকুজুৰীয়ে চমভক মোহিত কৰিলে। সেই ক'লা, অলপ ডাঙৰ চকুৰে ছোৱালীজনীক কিছু আচৰিত আৰু বিষণ্ণ দেখাইছিল।

ককায়েক আৰু ভনীয়েক দুয়ো বৃদ্ধা খুৰীয়েকৰ সৈতে একেলগে বাস কৰিছিল। তেওঁলোকৰ অন্য কোনো আত্মীয় লোক নাছিল। চমভে তেওঁলোকৰ ঘৰলৈ সঘনে গৈ ভাল পাইছিল। তেওঁ বুঢ়ী গৰাকীৰ পৰা বেচ্ আদৰ-সাদৰ লাভ কৰিছিল।

চমভ ইৰিনাতকৈ পাঁচ বছৰৰ ডাঙৰ। অপৰিচিত এজন মানুহৰ লগত মুক্তকণ্ঠে কথা পতাটো সহজ নহয়; প্ৰথমে ইৰিনায়ো চমভৰ আগত লাজ কৰিছিল। লাহে লাহে চমভে তাইক ভালপাবলৈ ধৰিলে, পিচত তেওঁলোকৰ বন্ধুত্ব গাঢ় হৈ উঠিল আৰু অতি কম সময়ৰ ভিতৰতে ই অবিচ্ছেদ্য হৈ পৰিল। বসন্তকালতে তেওঁলোকৰ বিবাহ সম্পন্ন হ'ল। বিয়াৰ পিচত তেওঁলোক প্ৰত্যেকেই সুখী অনুভৱ কৰিলে।

এবছৰৰ পিচত ইয়ুৰিক জন্ম হ'ল। লৰাটিৰ ছ'মাহ হওঁতে চমভক জ্বিগুলভস্কলৈ বদলি কৰিলে। তেওঁ তালৈ অকলশৰে গ'ল, কিন্তু নিজকে অতিশয় অসুখী আৰু প্ৰণয়-পৰিত্যক্ত অনুভৱ কৰিলে। তেওঁ তেতিয়া ইৰিনাক তেওঁৰ কাষলৈ অনাৰ কথা ভাবিলে। ইৰিনাও অতি আনন্দিত হ'ল আৰু তাত শিক্ষা সিমানতে শেষ কৰি জ্বিগুলভস্কলৈ গ'ল।

দুবছৰ এইদৰেই পাৰহৈ গ'ল। তেওঁ ইটোৰ পিচত সিটো পৰীক্ষা বিশেষ কৃতকাৰ্য্যতাৰেই উত্তীৰ্ণ হৈ গ'ল। ইতিমধ্যে চমভে তাত এটা ডাঙৰ গৱেষণাৰ কাম সমাপ্ত কৰি মস্কোলৈ বদলি হৈ আহিল। ইৰিনাও খুৰীয়েকৰ ওচৰলৈ আহিল।

মস্কোৰ পৰা চমভে প্ৰথমেই সঘনে চিঠিপত্ৰ লিখিছিল আৰু বন্ধ পালেই ঘৰলৈ গৈছিল।

চমভ যেতিয়া ঘৰলৈ যায়, ইৰিনা তেতিয়া খুব আনন্দিত হয়। তেওঁ চমভক হাতত ধৰি ইউৰিকৰ ওচৰলৈ টানি লৈ যায় আৰু তাকনো কেনেকৈ মৰম কৰে সাৱধানেৰে লক্ষ্য কৰে। সন্ধ্যাবেলিকা তেওঁলোক ভলগাৰ পাৰৰ পাৰ্কত ফুৰিবলৈ যায়। নদীখনে চমভক আকৰ্ষণ কৰে, ইয়াৰ পাৰৰ দৃশ্যৰ তেওঁ সপোন দেখে। তেওঁ আশা কৰে যে, মস্কোত এইবাৰ থিচিচ্‌খন সমাপ্ত কৰি তেওঁ সপত্নীক জ্বিগুলভস্কলৈ যাব।

* * * * *

চমভৰ বন্ধু এজনে দিয়া এটা পাৰ্টিত তেওঁ হঠাৎ টাটয়ানাৰ লগত চিনাকি হয়। সেইদিনা চমভে বন্ধুজনৰ পুথিভঁড়ালটিত চকুফুৰাবৰ কাৰণে অন্যবিলাক অতিথিতকৈ আগতে তাত উপস্থিত হৈছিল। তেওঁ তাৰে এখন কিতাপত ইমানেই মনোনিবেশ হৈ আছিল যে ছোৱালীজনী কেতিয়া কোঠাটোত সোমাল তেওঁ ক'ব নোৱাৰিলে। আনকি তাই যেতিয়া মেলা কিতাপখন তেওঁৰ হাতৰপৰা লৈ জপাই মেজৰ ওপৰত ৰাখিছিল তেতিয়াহে তেওঁ ছোৱালীজনীৰ উপস্থিতি লক্ষ্য কৰে।

"উস্, কিমান যে ভীত আপুনি!" ছোৱালীজনীয়ে ঠাট্টাৰ সুৰত ক'লে। "অন্যবিলাকে নাচিছে আৰু আপুনি পঢ়াত ব্যস্ত। ই সদাচাৰৰ বাহিৰ। আপুনি কিয় মোক নাচিবৰ কাৰণে লগ নধৰে?"

আচৰিত হৈ চমভে তাইৰ ফালে চালে। তেওঁক দেখিলে বোধহয় যেন, এই অপ্ৰত্যাশিত

প্ৰস্তাৰটোৰপৰাহে তেওঁৰ দেখা আৰু শুনা অনুভূতি ঘূৰি আহিছে। তেতিয়া বাস্তৱ ধ্বনিয়ে তেওঁৰ মন সচকিত কৰিলে আৰু তেওঁ আগত দেখা পালে হাঁহিভৰা ধূনীয়া এখনি মুখেৰে এজনী ছোৱালী।

তেওঁ দোধোৰমোধোৰ অৱস্থাত পৰি ক'লে,—"মই নাচিব নোৱাৰিম।" লগেলগে তেওঁ চকিৰপৰা উঠি তাইৰ কাষচাপি গ'ল। সেই গোটেই সন্ধ্যা চমভে টাটয়ানাৰ সৈতে নাচিলে। যেতিয়া অতিথিসকল যাবলৈ ওলাল আৰু অতিথি-সেৱিকাই টাটয়ানাক বহুতদূৰ বাস্তা অকলে যোৱাতকৈ ৰাতিটো তাতে কটাবলৈ অনুৰোধ কৰিলে, তেতিয়া তাই স্পষ্টভাবে চমভৰফালে দৃষ্টিপাত কৰি ক'লে,—"চাওঁক, তেখেতে মোক ঘৰত থৈ আহিব।"

চমভ আৰু টাটয়ানা কিছুদূৰলৈ ঘৰ পালেগৈ আৰু বিদায়ৰ আগে আগে তাই চমভক ক'লে, "আপুনি কিছু ধীৰ আৰু লাজুক, তথাপি আপোনাক মই পুনৰ লগ পাম।"

চমভ খোজকাঢ়িয়েই ঘৰ পালেহি। বৰফ পৰিছে! ৰাস্তাবোৰ পৰিস্কাৰ আৰু বগা হৈ আছে।

প্ৰথমেই চমভে ভাবিছিল যে, তেওঁ টাটয়ানাৰ লগ লোৱাত ইৰিনাৰ আগত কোনো পাপ কৰা হোৱা নাই। সেই আনন্দমুখৰ, বুদ্ধিমতী ছোৱালীজনীৰ লগত সময় কটাবলৈ তেওঁ ভাল পায়; কিন্তু তেওঁ ভৱাই নাছিল যে, সাংঘাটিক কোনো ঘটনা ইয়াৰ পৰিণামস্বৰূপ হব পাৰে। অতি সোনকালেই টাটয়ানাই চমভৰ সকলোবিলাক ভাব এনেদৰে অধিকাৰ কৰিলে যে, তেওঁ ইৰিনালৈ চিঠিলিখিবলৈও সময় নপোৱা হ'ল। তেওঁ কেৱল অনুতপ্ত হৈ তাইৰ কথাই ভাবিবলৈ ধৰিলে। চমভে কেতিয়াবা টাটয়ানাক দেখা নকৰিবলৈ সঙ্কল্প কৰে কিন্তু তাই নিজেই আহি তেওঁৰ আগত উপস্থিত হয় আৰু তেতিয়া তেওঁ সকলো পাহৰি যায়।

অৱশেষত চমভে এই কথাটো মুক্তভাবে ইৰিনাৰ সৈতে মীমাংসা কৰিবৰ কাৰণে কুইবিচেভলৈ গ'ল। টাটয়ানাই ষ্টেচনত তেওঁক আগবঢ়াই থলেগৈ। এইটো স্পষ্ট যে, চমভ যি কামত কুইবিচেভলৈ গৈছে, তাই তাত ভয় খাইছে।

কোনো খা-খবৰ নিদিয়াকৈ তেওঁ কুইবিচেভ পালেহি। "কিয় ইমান মনোকষ্ট দিয়ে? আজি প্ৰায় দুমাহ কোনো খবৰেই নাই আৰু অহাও নাই। ভিতৰত বহকগৈ। ইয়ুৰিক, দেউতা আহিছে", ইৰিনাই ব্যস্ত হৈ ক'লে।

চমভ ভিতৰলৈ গ'ল আৰু ইয়ুৰিকক মজিয়াৰ দলিচাৰ ওপৰত খেলি থকা দেখিলে। দেউতাকক দেখি সি ওচৰ পালেহি।

ইয়ুৰিকে দেউতাকৰ অনুতপ্ত গালত চুমা খাই ক'লে,—"দেউতা আপুনি ইমানদিন কলৈ গৈছিল?" তেতিয়া সি দেউতাকে কিনি অনা পুতলাটো এহাতে লৈ আৰু অন্যহাতে দেউতাকৰ হাতত ধৰি দুৱাৰমুখলৈ টানি নিলে। ঘৰৰ ওচৰৰে এখন পথাৰত কেইটামান ল'ৰাই খেলি আছিল। ইয়ুৰাই তাত উপস্থিত হৈ চিঞঁৰি ক'লে,—"আমাৰ দেউতা আহিছে, দেউতা আহিছে; চোৱা!

মোলৈ, এইটো ধুনীয়া পুতলা আনিছে।" চমভে তেতিয়া ইয়ুৰি ভিতৰলৈ দাভি লৈ গ'ল। তেওঁ এতিয়া বিমোৰত পৰিল। তেওঁ যি সঙ্কল্প মনত লৈ আহিছিল সেই সঙ্কল্প ইৰিনা আৰু ইয়ুৰিকৰ আগত জয় পৰি গ'ল।

চমভে এতিয়া অনুভৱ কৰিলে যে, পৰিয়ালৰ লগত সম্বন্ধ চিঙাটো সহজ নহয়। ইৰিনাই চাহ লৈ কোঠাটোলৈ সোমাই আহিল। তেওঁৰ আজি আনন্দৰ সীমা নাই। চমভে ইৰিনাৰ মুখলৈ চোৱাৰ লগেলগে পূৰ্ব্বে ভাবি অহা কথা সকলো পাহৰি গ'ল।

চমভ কুইবিচেভত তিনিদিন থাকিল। ইৰিনা সেই কেইদিন অতিশয় আনন্দিত আছিল, মাথোন চমভৰ বিদায়ৰ সময়তহে ক'লে যে, কিছুমান অশোভনীয় বাতৰি মস্কোৰ পৰা তেওঁৰ কাণত পৰিছেহি। ভ্লাডিমাৰে ইৰিনাক তেতিয়া বুকুত সাবটি লৈ চুমা খালে।

চমভে দৃঢ়সঙ্কল্প কৰি গ'ল যে, তেওঁ থিচিচ্ সমাপ্ত কৰি জিগুলভস্কলৈ বদলি হবৰ কাৰণে কৰ্ত্তৃপক্ষক টানি অনুৰোধ জনাব ; কিন্তু টাটয়ানাৰ ওচৰ পোৱাৰ লগেলগে তেওঁৰ সকলো সঙ্কল্পই বিফলতা ৰূপ ললে।

দু সপ্তাহৰ ভিতৰতে চমভে ইৰিনালৈ সকলো কথা স্বীকাৰ কৰি বিবাহ-বিচ্ছেদৰ কাৰণে এখন চিঠি লিখিলে ! বিচ্ছেদৰ সম্মতি দি ইৰিনাই চিঠিৰ উত্তৰ দিলে।

সকলো কথা সহজেই সমাধা হৈ যোৱাত চমভ আচৰিত হ'ল, কিন্তু তেওঁ ভবিষ্যতে ভৎ'সনা আৰু ইয়াৰ কৈফিয়ৎৰ কাৰণে ভয় কৰিলে। এই ঘটনা ঘটাৰ এমাহৰ ভিতৰতে এদিন হঠাৎ ইৰিনা মস্কো পালেগৈ। চমভে ইৰিনাক তেওঁ কামকৰা অনুষ্ঠানতে লগ পাই বিমোৰত পৰিল। ইৰিনাৰ ক্ষীণ, দুৰ্ব্বল শৰীৰ আৰু শেঁতাপৰা মুখমণ্ডল দেখিলেই অনুভৱ হয় যেন কিবা এক মৰ্ম্মস্পৰ্শী আৰু নিঃসহায় বেদনাই তেওঁৰ মন আৱৰি আছে। তেওঁক এই চেহেৰাত দেখি চমভৰ অতীতৰ স্কুলীয়া ছোৱালীজনীলৈ মনত পৰিল।

"ভলদায়া ! মই আপোনাৰ কাষ চাপিবলৈ সন্দিগ্ধ হৈছো ; কিন্তু খুৰীয়ে এই কথাটো আপোনাৰ সৈতে মীমাংসা কৰিবৰ কাৰণে মোক প্ৰৰোচিত কৰিছে। মই বৰ্ত্তমান অন্য এটি কেচুৱাৰ আশাত"—ইৰিনাই বিনীতভাবে ক'লে।

ইৰিনাৰ কথা শুনি তেওঁ তলমূৰ কৰিলে। তেওঁৰ কাৰণে ডাঙৰ কথা হ'ল তলৰ মূৰ ওপৰ কৰি ইৰিনাৰ ভৎ'সনা সনা মুখখনলৈ লক্ষ্য কৰাটো। তেওঁ মূৰ ওপৰ নকৰাকৈয়ে কলে,—"কি কৰা যাই ইৰিনা ? মই একো নেজানো .. । তোমাৰ যি ইচ্ছা কৰা.... ।"

"খুব ভাল কথা !" ইৰিনাই অপ্ৰস্তুত হৈ কৈ উঠিল আৰু বাহিৰলৈ ওলাই গ'ল। কেইবা-মাহো পাৰহৈ গ'ল হঠাৎ চমভৰ আশা হ'ল যে ইৰিনাই এতিয়া তেওঁৰ দোষ পাহৰিব আৰু ক্ষমা কৰিব। অন্যহাতে তেওঁ ইৰিনাৰ অভাৱত নিজকে অকলশৰীয়া যেন অনুভৱ কৰিলে। টাটয়ানাইতৰ ঘৰলৈ যোৱাটোও যেন তেওঁৰ প্ৰতি আচৰিত আৰু পৰিহাসপূৰ্ণ হৈ উঠিল। ট্ৰেইন আহিল ; তেওঁ উত্তেজিত হৈ লৰালৰিকৈ কাপোৰ সলাই ট্ৰেইনত উঠিল।

* * * *

ইবিনাক লগ পোৱাটো এতিয়া সহজ নহয়। তেওঁ নিশ্চয় আগৰ ফ্লেট্‌ত এতিয়া নাই। নতুন মানুহবিলাকে ইমানেই জানে যে ইবিনাৰ ককায়েকে বিয়া কৰাই জিওলজন্তলৈ বদলি হৈ গ'ল আৰু ইবিনাই পঢ়া শেষ কৰি চাকৰি কৰিছে। অৱশেষত তেওঁ ইবিনাই কাম কৰা গাওঁখন উলিয়ালেগৈ। গধূলি হ'ল আৰু তেওঁ হোটেলত বাতিটোৰ কাৰণে থাকিলগৈ। বাতিপুৱা তেওঁ ইবিনাৰ ওচৰ ওলালগৈ।

ঘৰত মাথোন ইবিনা আছিল। তেওঁ খিৰিকিৰ কাষৰে এখন মেজত কিবাকিবি লিখি আছিল। চমভক সম্বৰ্দ্ধনা জনাবৰ কাৰণে তেওঁ উঠিল। কেৱল ভয় আৰু বিস্ময়ত তেওঁ চাই থাকিল। তেওঁৰ চেহেৰাত এক অপৰিচিত আৰু নতুনত্বই দেখা দিছিল, কিন্তু চমভে তেওঁক আগৰদৰেই দেখিছিল। চমভ ইবিনাৰ কাষ চাপি গ'ল।

তৎক্ষণাৎ ইবিনাৰ মন এক দুৰ্বোধ্যভাবে আৱৰি ধৰিল। তেওঁৰ হাতৰ পেন্সিল কঁপিবলৈ ধৰিলে। তেওঁ পেন্সিলডাল জোৰেৰে মেজৰ ওপৰত থৈ বিচনাখনৰ কাষ চাপি নীৰৱ আৰু নম্ৰভাবে ক'লে, "ভলদায়া, বহুত পলম হ'ল।" তেতিয়াহে চমভে লক্ষ্য কৰিলে যে এটি কেচুৱা বিচনাত শুই আছে।

"তুমি আকৌ বিয়া কৰালা? মই নেজানো যে তোমাৰ এটি সন্তান জন্ম হ'ল,"—ভতা ভতা মাতেৰে চমভে ক'লে।

"আপুনি নেজানে? জানিবলৈও ইচ্ছা নকৰে,"—ইবিনাই থং আৰু শ্লেষভৰা চকুৰে চাই ক'লে! "ভলদায়া, তাই অয়স্কো আপোনাৰ জী।" চমভৰ মন হঠাৎ উত্তেজনাই আৱৰি ধৰিল। তেওঁ কেচুৱাটিৰ ওচৰ চাপি গ'ল কিন্তু ইবিনাই তেওঁক বাধা দি বিচনাখনৰ ৰেলিঙত ধৰি ক'লে, "তাই শুই আছে; নিস্তব্ধতাই শ্ৰেয়।"

"কিয় তেন্তে তুমি মোলৈ লিখা নাছিলা,—মোক জনোৱা নাছিলা?" চমভে প্ৰায় অসংলগ্ন মাতেৰেই প্ৰশ্ন কৰিলে।

"ই আপোনাক আসক্ত কৰিলহেঁতেন জানো?"

"মই ভাবো কৰিলহেঁতেন....তুমি অন্ততঃ মোক জনাব লাগিছিল।"

ভলদায়াৰ নাকটো ৰঙা পৰি উঠিল। ইবিনাই এটা অস্পষ্ট হাঁহি মাৰিলে।

বিবৰ্ণ চিত্তেৰে চমভে ক'লে,—"ইবিনা, কিয় তুমি তেনে ব্যৱহাৰ কৰা? ভাল ভাবত কথাবাৰ্ত্তা নোহোৱা কিয়?"

"কি বিষয়ত?"—ইবিনাই মুখ বিকৃতাকাৰ কৰি সুধিলে। তেওঁ এই সময়ত চমভৰ আগত কব পাৰিলহেঁতেন কি আশা লৈনো তেওঁ মস্কোলৈ তেওঁক দেখা কৰিবলৈ গৈছিল। তেওঁ চমভৰ লগত মিলাপ্ৰীতিৰেই কথা পাতিবৰ কাৰণে গৈছিল, কিন্তু কিমান তাক্তভাবে তেওঁ ঘৰলৈ ঘূৰি আহি কান্দিছিলহি! তেওঁৰ ককায়েকে চমভৰ মনোভাব বুজিব পাৰি কি কি কথা কৈছিল! ইবিনাই

প্ৰথমে গৰ্ভত থকা সন্তানটো নষ্ট কৰিবলৈ সিদ্ধান্ত কৰিছিল। তেওঁ আৰু কৰ পাৰিলহেতেন কেনেকৈ তেওঁৰ ককায়েকে তেওঁক নিৰাপদে ৰাখিছে। কিন্তু এই সকলোবিলাক কথাৰ অৰ্থ সেই সময়ত হেৰাই গ'ল। ইবিনাৰ আনকি চমভৰ অনুচিত কৰ্ত্তব্যৰ কাৰণে কোনো কটুকথাও ক'বৰ ইচ্ছা নহ'ল। বৰ্ত্তমান তেওঁৰ এটি মাথোন চিন্তা হ'ল, কেনেকৈনো তেওঁ এই দুৰ্ব্বলমনৰ মানুহজনৰ পৰা অতি সোনকালে হাত সাৰিব পাৰে!

"আমাৰ কৰলগীয়া আৰু একো নাই"—ইবিনাই দৃঢ়প্ৰতিজ্ঞ হৈ ক'লে।

"ইবা! চোৱা, মই ঘূৰি আহিছো।"

"কিন্তু কিয়?"

"ইয়ুৰাক চাবৰ মোৰ খুবেই হেপাহ হৈছে।"

"ইয়ুৰাই বাহিৰত খেলি আছে। যদি ইচ্ছা হয় চাব পাৰে, কিন্তু মই তাক দেখা দিয়াটো ঘাস্থা নকৰো"।

"ইবা, তুমি কি কৈছা? মই তাৰ দেউতাক নহয়নেকি? তুমি মোক মোৰ প্ৰাপ্য স্বত্বৰ পৰা বঞ্চিত কৰিব নোৱাৰা।"

"কোনেও আপোনাক আপোনাৰ স্বত্বৰ পৰা বঞ্চিত কৰা নাই।"

"কিন্তু মানুহে তেনে কৰে।"

"হয়, মানুহে বিচ্ছেদ কৰে, কিন্তু অন্য উপায়ে। যদিও আপুনি এসময়ত আপোনাৰ পুত্ৰৰ প্ৰতি স্নেহ দেখুৱাইছিল...... বেচ! এতিয়া তাক দোহাৰি লাভ কি? দুবছৰ পাৰ হৈ গ'ল।"

"কিন্তু মই এতিয়া ঘূৰি আহিছো!" ইমান সময় কথাবাৰ্ত্তা হোৱাৰ পিচত এতিয়াহে ইবিনাৰ চকু উজ্জল হৈ উঠিল: চকুলোৱে তেওঁৰ মুখমণ্ডল বিয়পি পৰিল। তেওঁ বিচনাতে বাগৰি পৰিল, কিন্তু তৎক্ষণাৎ ইবিনাৰ প্ৰশান্ত মনলৈ স্থিৰতা ঘূৰি আহিল।

"বহুত পলম হ'ল,"—তেওঁ চিঞৰি ক'লে।

চমভৰ আগত সেই ধুনীয়া, দৃঢ়প্ৰতিজ্ঞ তিক্তাগৰাকী—যাক অবৈধভাবে অন্যায় কৰা হৈছে।

চমভ ইবিনাৰ কাষ চাপি গ'ল আৰু ইবিনাৰ কান্ধত হাত ৰাখি অত্যন্ত নিঃসহায়তাত ক'লে,—"মোক নেখেদিবা ইবা! মই তোমাক এৰি জীৱন নিৰ্ব্বাহ কৰিব নোৱাৰো। লৰাছোৱালী দুটিৰ কথা চিন্তা কৰা, সিহঁতৰতো এটা দেউতাক লাগিব।"

"বহুত পলম হ'ল, ভ্লাডিমাৰ... বহুত পলম হ'ল! সিহঁতৰ দেউতাক আছে" ইবিনাই মেজৰফালে ঘূৰিলে আৰু গৰ্ব্বীতা হৈ বেৰৰ এখন আলোক চিত্ৰলৈ আঙুলিয়াই দেখুৱালে। *

---

* ৰুছদেশৰ গল্প লিখক এ, গ্ৰোজডাভা'ৰ এটি গল্পৰ কাহিনি।

অনুবাদ কবিতা ঃ

# মেঘ

ছন্দ—ওৱাইকা

[ ১ ]

—সম্রাট হিৰ'হিত,

এটুকুৰা বগা মেঘ
যেন এডাল চীনদেশৰ উত্তৰি
কণ্ঠচ্যুত হৈ আকাশৰ সতে মিলন,
চক্রাকাৰে ঘূৰি ফুৰে
ফুৰে ঘূৰি 'নাচু' শৃঙ্গোপৰি
উপত্যকা পাৰ হৈ—হয় বিলীন।

[ ২ ]

—সাম্রাজ্ঞী নাগাকো।

আৱৰ্ত্তনত বিৱৰ্ত্তনত
সলনি হ'বলৈ ধৰে তাৰ পিছলৈ
অৱশেষত সিও হয় এক আকাৰ,—
শুভ্র অভ্র উৰি যায়
যায় উৰি দূৰ দুৰণিলৈ
বহুত দূৰলৈ—হৈ এই নীলাকাশ পাৰ।

[ ৩ ]

—যুৱৰাজ একিহিত,

গৈ থাকে মেঘ
বগা বগা মেৰ খুলি
যেন এক সুতাৰ বাণ্ডিল,—
বতাহত বাঢ়ে বেগ
মুক্তাকাশত আলিম্পন আঁকি,
পদাঙ্কৰে ৰচিছে মিছিল।

———

( কথা কবিতা )

# ডাৱৰ

শৰৎচন্দ্ৰ ( দ্বিতীয় বাৰ্ষিক : কলা )

বগা, ক'লা, ৰঙা. . . .।

শূইন সাগৰত ডাৱৰৰ প্ৰদৰ্শনী—ৰঙে জিলমিল, চাকিৰ তিৰবিৰণিৰ পোহৰ নোপোহৰাত। কোনোবা বিৰহী চিত্ৰকৰে অশৰীৰী প্ৰিয়াৰ দেখ-নেদেখ মুখৰ নমুনা বিচাৰি ৰৱণ-ডলা নিঃশেষ কৰি ডাৱৰ বোৰ চটাচটে বোলাই পেলাইছিল। সুক্ষ্ম তুলিৰ লৱমু পৰশত বৰ্ণহীন ডাৱৰ বোৰে ৰঙৰ খেলা পাতিছিল। কিমান লাবনি সেই ৰং-কেলিৰ যামিনীবোৰ।

পৃথিবীৰ পানীৰ নিলমিল আৰু আকাশী ডাৱৰৰ মাধুৰিমাৰ লুকা-ভাকু, গুপুত প্ৰেমবাৰতা। পানীৰ চঞ্চলৰ মাজেদি দখিনা বায়ুৰ পালতৰি, কুহুম বোলৰ গুৰি ধৰি ডাৱৰ বোৰ উটি ফুৰিছিল। জলাহ পানীয়ে দুখ পাইছিল। নোপোহৰাৰ। কবিতাগন্ধী, ৰঙীন অনুভূতি ভৰা আবেশেৰে সলিল ৰাশিয়ে ৰহটা মেঘৰ চপৰাক তৰল বুকুত সাবটি ধৰিছিল। গাঢ় আলিঙ্গন।

অসীম নীলা আৰু নিঃসীম দিগন্তৰ অন্তৰালত, ৰঙেৰাঙলী মেঘমালাৰ মনোৰম পৰিবেশত চেঙেলীয়া ডেকা পথিক জন গৈ পানীৰ পাৰৰ হাওলা কেন্দু গছ জোপাৰ ছাঁত থিত দিছিল। তেওঁৰ মুখাবয়বত ভোক-পিয়াহ আৰু ক্লান্তিৰ ঘাম বিৰিঙি পৰিছিল। তেওঁ এটা দীঘল উশাহ টানি বহি পৰিছিল। পাচত তেওঁ কাণৰ জুলিৰ পৰা পাথেয় খাদ্য উলিয়াই খাইছিল।

খাই-বৈ তেওঁ সুস্থ হৈছিল। শ্ৰান্তিৰ জড়তা কাটি তেওঁৰ মুখত নব যৌবনৰ অপৰূপ কমনীয়তা ফুটি উঠিছিল। তেওঁ যেন অলকাপুৰৰ কামিনী-কুসুমে ঘেৰা, মৃণাল-ধৱল কাবেওঁৰ অনুপম ৰাজকুমাৰ। চঁপা-কলি যেন আঙুলি কিটিৰে ৰঙা গোলাপৰ পাহি লিৰিকি লিৰিকি, পাপৰি সৰাই সুপুওৱা ৰাতিৰ নিৰ্জ্জন আৰু নিঠুৰ মুহূৰ্ত্ত বোৰত মিলন ক্ষণ গণি থকা অপেক্ষিতা প্ৰেয়সীৰ সন্ধানত পথ ভুল কৰি যেন তেওঁ অচিন ঘাটত থিত দিছিল।

তেওঁ নৈলৈ চালে। অশান্ত লহৰিৰ হোলো কনিয়ে তেওঁৰ অন্তৰতো টৌৰ পাতলভাঙৰ সৃষ্টি কৰিলে। তেওঁ নৈৰ কথা ভবাই নাছিল। হঠাৎ বিশাল, দ'পানীৰাশি পাৰ হোৱা কথা ভাবি তেওঁ চিন্তান্বিত হৈ পৰিছিল। তেওঁ স্তব্ধ হৈ বিৰাটৰ বুকুত নিজৰ ক্ষুদ্ৰতম অস্তিত্ব বিচাৰি ভীত হৈ পৰিছিল। বিৰাট আৰু অনু, অবয়বী আৰু অবয়বৰ কিমান প্ৰভেদ! অথচ ইটিৰ লগত সিটিৰ এনা সূতাৰ নিবিড় প্ৰাণ-বান্ধন।

এটি কেন্দুগছৰ সেন্দুৰী পাত তেওঁৰ কাষত পৰিছিল।

পানীৰ বুকুৰ পৰা ভাহি অহা এটি মধুৰ গীতৰ ঝঙ্কাৰে তেওঁক নিমিষতে আনমনা কৰি তুলিছিল। ইমান সুৰদি সুৰৰ তান তেওঁ কাহানিও শুনা নাছিল। তেওঁ তন্ময় হৈ গীতটো ভাঁহি অহাৰ ফালে চাই আছিল। দৃষ্টিৰ সিপাৰে, পানীৰ সঞ্জাত ক্ষুদ্ৰতম বিন্দু এটাৰ আকৃতিত উদ্ভৱ হৈ লাহে লাহে এখন পালতৰা নাওঁ তেওঁৰ ফালে আহি আছিল। নাওঁ কাষ পোৱাৰ লগে লগে অস্ফুট গীতটোও স্পষ্ট হৈ পৰিছিল। নাও নিচেই ওচৰ চপাত ডেকা পথিক জনে দেখিলে—নাৱৰ গুৰিত এগৰাকী অৰ্দ্ধাবৃতা নীলবসনা গাভৰু ; চকুত মদিৰ কটাক্ষ, হাব-ভাব আৰু আঁচলৰ আগত ইন্দ্ৰমালতীৰ সুবাস সনা বলিয়া বা ছাটিৰ কেঁচা আবেশ।

নাও পাৰত লগাই টিঙৰ পৰাই গাভৰুৱে সুধিলে : "কেনি যাবা ?"

"সিপাৰলৈ"।

"উঠা"।

পথিক আগ্ৰহেৰে নাৰত উঠিল। তেওঁৰ মুখত স্বস্তিৰ ৰেঙনি। চেলেঙী নাওখনে টুলুংভুটুং কৰা দেখি তেওঁ ভয়ে ভয়ে নাৱৰ তলিত লেপেটা পাৰি বহি হাতেৰে দুইবাৰ খামুচি ধৰিলে। তেওঁ সন্দিগ্ধ দৃষ্টিৰে পাৰলৈ চালে—পাৰ কৰবাত থাকি আহিল। সেই দিনে তেওঁ পানী আৰু আকাশৰ গোপন প্ৰাণ বিনিময় দেখিলে।

ফেনিল সাগৰত উটি ফুৰা আতঙ্কিত আতমাৰ চাৱনিৰে ডেকাই গাভৰুলৈ চাইছিল। পীৰিতি পাগলীৰ মুখত আবেগ-উৎকণ্ঠাৰ ভাব নাছিল। শেহ জোনাকৰ স্নিগ্ধতা আৰু হিম বিন্দুৰ লাবনিয়ে পৰশা, আকণ্ঠ প্ৰেম-পুলক-মগ্না , ৰতি-ৰস-ভাগৰুৱা অভিসাৰিকাৰ তন্দ্ৰাচ্ছন্ন আবেশৰ চাৱনিৰে তেওঁ দৃকপাত কৰিছিল। তেওঁৰ গীতৰ করুণ সুৰ আৰু লয়ৰ থমকে পানীগছা বোৰক অচঞ্চল কৰি তুলিছিল। তেওঁৰ ওঁঠৰ ৰাং আৰু মিচিকনিত ৰঙাৰাঙলৰ পাহি সৰিছিল। সুৰৰ বিৰতিয়ে ছন্দ চোৰাই, চকুৰ 'বেতিনাত' নীলা অপৰাজিতাৰ ৰেণুসৰাই পানীবোৰ নীলাকৰি তুলিছিল। তেওঁৰ লয়লাস ভঙ্গীৰ ব'ঠাৰ লাচত গোন্ধ আৰু বৰণ হীন জুলীয়াই এঁকা-বেঁকা পথ লৈছিল। ব'ঠাৰ চাবত বগা বাহু দুটা, তৰঙ্গৰ হিল্লোলত নিতম্বযুগল থাকি থাকি ল'ৰিছিল। অসংযত চুলিটাৰে 'ইথাৰ'ত নিজৰ ক'লা থিনি বিলাই শুকুলা সপোন দেখিছিল। শুধ শুকুলা মিনাক্ষীৰ সৌগালৰ কোমল ভাগত ক'লা তিল এটাৰ হেপাহৰ কামোৰ।

ডেকা যাত্ৰীয়ে ভাবিছিল। কিবাকিবি।

তেতিয়া তেওঁ সাপোন আৰু দিঠক, এন্ধাৰ আৰু পোহৰৰ সীমান্তত।······

তেওঁ তললৈ চাই আচৰিত হৈ পৰিছিল। পানী এৰি নাওখন ৰামধেনুৰ ৰঙেভৰা ঘনতন্তু ডাৱৰৰ মাজেদি কঁপি কঁপি চলি গৈছিল। তেওঁ ইচ্ছা কৰা হলে ডাৱৰ বোৰ মোহাৰি সিহঁতৰ শোভা-সৌন্দৰ্য্যৰ বেহা থন চুৰমাৰ কৰিব পাৰিলেহেতেন। তেওঁ দ্বিধা-সঙ্কোচ মিহলি দৃষ্টিৰে সুধিলে ; "তুমি কেনি আনিলা, আমি দেখোন মেঘৰ দেশ পালোহি।"

"এৰা, তুমি ঠিকেই ধৰিছা ; আমি এতিয়া মেঘৰ দেশত।" ৰূপহীয়ে স্মিত হাঁহিৰে কৈছিল।

তাইৰ হাঁহিত—চেৰা বিছুৰ দিনা পথাৰৰ মাজত আঁহতৰ তলত ধোদোঙা ডেকাৰ সতে বিহুমাৰি ভাগৰি পৰা লাহৰী বগী বাইটি জনীৰ ওঁঠৰ ভাগকৰা হাঁহিটিৰ বেশ। ডেকাই কিন্তু হঁহা নাছিল। কিবা এটা দোধোৰ-মোৰ, পাহৰা নাপাহৰা, নিশ্চিত অনিশ্চিতৰ দোমোজাত তেওঁ স্তব্ধ হৈ আছিল।

"আমি এনেকৈ কিমান দূৰ যাব লাগিব ; কিমান সময় বা!" কিছু পৰ নিতাল মাৰি তেওঁ আকৌ ক'লে, "তুমি ক'লৈ আনিলা ধৰিব পৰা নাই। ঘাট কেনিবা থাকিল যেন লাগিছে।"

"ওহো' মই ভুল কৰা নাই। এই একেটা শেজাদিয়ে ইপাৰ আৰু সিপাৰ। ডাৱৰ ভাঙি যোৱা বিসর্পিত পথেই অহা যোৱাৰ। সৌৱা, জিৰণি ঘাট পালোহিয়েই। সৌ চকা মকাকৈ ওলোৱা শিখাৰ কিৰণ হয়তো দেখিছাই"।

"অ দেখিছো"।

"তাতে জিৰাম হক। ভোক লগা নাই জানো?"

"লাগিছে। নাৱত উঠি আমনিও লাগিছে ; ইমান দূৰ বুলি ভৰা নাছিলো দেও।"

"অ—তুমি হবলা সিমানতে পথৰ শেষ বুলি ভাবিছা?"

"এবাতো!"

"ই—আৰু এনে ব-হু-ত দূৰ যাব লাগিব", গাভৰুয়ে দূৰত্ব বুজাবলৈ বহুত শব্দটো লেনিয়াই কৈছিল।

নিজৰ অজ্ঞতাৰ বাবে যাত্ৰীজনে লাজ পাইছিল। তেওঁৰ আজীৱন সাধনাৰ শৈল সেতুখন নিচেই ক্ষুদ্ৰতম এটি জিজ্ঞাসাৰ ভৰতে নিৰ্ম্মূল হৈ গৈছিল। তেওঁৰ নিজৰ ওপৰতে বিশ্বাস নোহোৱা হৈছিল।

কিছুপৰৰ পাচত নাও গৈ পঁজাটোৰ কাষত লাগিল, সৰু বালিচৰটোৰ ওপৰত সেইটো এটা চৰাই ঘৰ। নাৱৰ পৰা নামি দুয়ো ভিতৰ সোমাইছিল।

অকনি পঁজাটো। এচুকত এখন বিছনা পতা। এটা চুকত একুৰা জুহাল। জুইকুৰা উমি উমি জ্বলি আছিল। হয়তো অলপ আগতে কোনোবা যাত্ৰীয়ে তাত জিৰণি লৈছিল।

"আমি খাই লওঁ আহা।" ডেকা যাত্ৰীয়ে বিছনাত বহি লগত নিয়া খোৱা বস্তু উলিয়াই গাভৰুক মাতিছিল।

দুয়ো খাইছিল।

"এতিয়া শোৱা হয় ক'ত?" জোলোঙা সামৰি ডেকাই সুধিছিল।

"কেলেই, বিছনাত!"

"বিছনাতো এখনহে—ঠিক....আমিও দুজন....।"

"বাৰু মোৰ কথা ভাবিব নালাগে। তুমি বিছনতো শোৱা।"

"তুমি?"

"মই নাৱত শুম।"

"ওহো, অসম্ভৱ। এন্ধাৰ ৰাতি টুলুঙা নাওখনত তুমি অকলে শুব নোৱাৰা। তুমি বৰং বিছনাতে শোৱা। মযে নাৱত শুম।"

"নাই, নাই তুমি নাৱত শুব নালাগে। এই খন দেশ মোৰ নিচেই আপোন। নাওখনো নিজা, কিহৰ ভয় হে।"

"তুমি কিয় ইমান আপত্তি কৰিছা? তুমি নাৱত শুলে মই বিছনাত কেতিয়াও শুব নোৱাৰো, কেতিয়াও।" ডেকাই দৃঢ়ভাবে কথা বান্ধি বহিল।

দুয়োৰো উথনা উথনিত বহুত সময় কাটি গৈছিল।

"বাৰু, এটা কাম কৰা হক," তাই শেহত কলে, "দুয়ো বিছনাতে শোওঁ হক। এটা ৰাতিহে, দিয়া, যেনেতেনে চলি যাব।"

তাইৰ মন্তব্যত যুবক চমকি উঠিছিল। এৰা, তেনে হোৱাই শ্ৰেয়, তেওঁ ভাবিলে। "বাৰু শোৱা হক" তেওঁ ফুটাই ক'লে।

তাই নাওখন পাৰত লগাই ডেকা ল'ৰাটিৰ কাষত বাগৰ দিছিল।

এজনী অচিনা নাৰীৰ জীয়া উমৰ পৰশত ডেকাটিয়ে কাহানিও নোপোৱা এক স্বৰ্গীয় সুখানুভূতিৰ তীব্ৰতা গোটেই গাতে অনুভৱ কৰিছিল। পূৰ্ণযৌবনা তিৰীৰ কাষত তেওঁ নিজকে এটা শিশুৰ দৰে উপলব্ধি কৰিছিল। তেওঁ যেন তাইৰ বুকুৰ কুছমীয়া উমকণত জীৱনৰ লবালিখিনি নিঃশেষ কৈ বাকী দিব,—তেনে লাগিছিল। তাইৰ লিহিৰি আঙ্গুলীৰ যাদুমণ্ডিত বুলনত যুবক গভীৰ নিদ্ৰাত পৰিছিল।

"হেৰা উঠা, উঠা।" এক লহমাৰ অন্তত তাই তন্দ্ৰাতুৰ যাত্ৰীক চিঞৰি জগাইছিল।

"কিহ'ল?"

"উঠা। আমাৰ ঘৰটো লৰিছে। ই হয়তো ডাৱৰত আছিল। ডাৱৰ গলিছে। সি ভাহি যাব খুজিছে। তুমি উঠা, মই নাও ধৰো"—বুলি ডেকাক সতৰ্ক কৰি তাই বাহিৰ ওলাইছিল। ঘৰটো মিৰমিৰ কৈ বহি গৈছিল। তেওঁ ব্যগ্ৰ হৈ বাহিৰ ওলাই মাত দিলে; "অচিনা হেৰা অচিনা?"

কাৰো মাত নাই।

তেওঁ কেৱল ক্ষণিকৰ বাবে মেঘৰ মাজত যুৱতীৰ অবিন্যস্ত কেশ পাশ খনিৰ পৰা সুলকি পৰা মুকুতা মণিটিৰ তিৰবিৰণি এপাহ হালধীয়া কৰবীৰ অম্লান জ্যোতি দেখা পালে।

গোমোঠা ডাৱৰৰ মাজলৈ ঘৰটো বহি গৈছিল।

তেওঁ নিৰুপায় হৈ ডাৱৰৰ বুকুত ওলমি পৰিছিল।

ডাৱৰ উটিছিল।

ডাৱৰ।..

( লঘু ৰচনা )

# আবেলি

শ্ৰীপ্ৰবীন গোস্বামী ( চতুৰ্থ বাৰ্ষিক : বিজ্ঞান )

আপুনি বৰকৈ লগ ধৰিছে যেতিয়া নগলে জানো ভাল পাব ? আবেলি ফুৰাতো ভাল বুলি মেয়ো জানো। সককালত স্বাস্থ্যবিধিত পঢ়া আটাইবিলাক কথা মনত নাথাকিলেও এইখাব মনত আছে যে পুৱা আবেলি ফুৰাতো স্বাস্থ্যৰ পক্ষে ভাল। আপোনাৰ দৰে বহুতেই মোক আবেলি অকণমান ফুৰিবলৈ উপদেশ দিয়ে। তেখেত সকলৰ মতে গধূলিৰ সময়কণ হেনো বৰ সুখৰ। অস্তাগত সূৰ্য্যটোৰ ৰাঙলি আভাই অকল নিঃসঙ্গ আকাশকেই পোহৰাই নেপেলায়, মানুহৰ হিয়াতো বোলে এই পোহৰৰ চিক্‌মিকনী উঠে। আবেলিৰ এই সময়কণৰ সৌন্দৰ্য্যতেই আপ্লুত হৈ কবিয়ে কবিতাৰ মালা গাঁঠে ; ম'হৰ পিঠিত উঠি ঘৰলৈ উভতি অহা ৰংমনে পেপাঁটোত ফু দিবলৈ শৰীৰত বল পাই, দিনটোৰ কঠোৰ পৰিশ্ৰমৰ অন্তত হিয়াত দুঃখ আৰু তিক্ততাৰ স্তুপ কঢ়িয়াই অনা দাৰনীহঁতে হাঁহিৰ জেউৰ তুলিবলৈ মনত বল পায়। আবেলিৰ এই সৌন্দৰ্য্যতেই মুগ্ধ হৈ পাবতগজা গায়কে গুন্ গুনাই গান গায়, ঠিক সেই গেলাগৰুৰ মাংসৰ চাৰিউফালে ভোন্‌ভোনাই থকা ৰৰমাখিটোৰ দৰে। ( মাফ কৰিব দেই, মোৰ কঠোৰ গদ্যময় মনে ইয়াতকৈ ভাল উপমা বিচাৰি নাপালে ) আপুনি, আমাৰ ৰৰচাহাব আৰু বহুতেই কামত অৰ্দ্ধাঙ্গিনীক লৈ ইভিনিং ৱাক্ কৰাৰ সময় উলিয়াই লয় এই মধুৰ আবেলিৰ সময়কণ উপভোগ কৰাৰ মানসেই। প্ৰত্যেকৰে কাৰণে আবেলিৰ একোটা বিশেষত্ব আছে। কিন্তু বগা কাগজত ক'লা ফুল বাছি আঙুলি ভোটা কৰা মোৰ নিচিনা মাখিমৰা কেৰেণীৰ কাৰণে আবেলিয়ে দিনটোৰ নিমিলা বাজেট বিলাকৰ বাহিৰে, আন কিবা কঢ়িয়াই আনে যদিও মই হলে তাৰ ভু নাপাওঁ। গধূলিৰ আকাশৰ গোল্ডেন ভিষ্টাচ্ বিলাকে মোৰ মনটোক নাগিনা তেলীয়াৰ বাকীৰ খাটাখন লৈহে বাট দেখুৱাই দিয়ে। কেতিয়াবা কেতিয়াবা আপোনালোকক দেখি তৃপ্তিৰ আকলুৱা মোৰ মনটোৱেও মৰিচীকা বিচাৰি যাব খোজে। তেতিয়া গৃহিনীৰ সৈতে একেলগে মধুৰ আবেলি উপভোগ কৰাৰ ইচ্ছা মোৰো হয়। কিন্তু সেয়ে জানিবা ক্ষন্তেকৰ কাৰণে। যেতিয়াই কেঁচা খৰি ফুৱাই নাকৰ পানীয়ে চকুৰ পানীয়ে একাকাৰ হোৱা আমাৰ গৃহিনীৰ ৰণংদেহি মূৰ্ত্তি মোৰ মানস চকুৰ আগত ভাঁহি উঠে, তেতিয়াই মনৰ সৌন্দৰ্য্যাস্পৃহা ফুৰফুৰকৈ উৰি নাইকিয়া হয়।

মোৰ কথা বাদ বাদেই দিছো। আপুনি ভাবিচাওকছোন আপোনালোকে উপভোগ কৰা আবেলিটো আৰু আমাৰ মণিৰাম জেতুকাহঁতে উপভোগ কৰা আবেলিটোৰ কথা। দুয়োটাৰে মাজত কিমান তফাৎ! আপুনি বুজিবলৈ টান পাইছে নহয়নে?—এৰা, আপোনালোকে নুবুজে। কাৰণ আপোনালোক ফেনাটিক্। জীৱনৰ সম্ভোগৰ ফালটোহে আপোনালোকে দেখা পাইছে; আনটো ফাল চাবলৈ চেষ্টা কৰা নাই। আজিৰ এই ভবশাওনৰ আবেলিটোৰ কথাই ভাবিচাওক। দিনৰ ১০ বজাৰ পৰা অফিচত বিজুলী বিচনীৰ তলত ফাইল চহী কৰিয়েই কটাব। তাৰ পিচত এতিয়া ওলাই আহিছে দিনটোৰ উৎকট্ গৰমত অতিষ্ঠ হৈ আবেলিৰ শীতল বায়ু সেৱন কৰি শৰীৰ শাঁত পেলাবলৈ। হয়তো আজি অসুবিধা নোহোৱা হলে মোৰ ঠাইত আপোনাৰ নব পৰিণীতাই শাৰি পুৰালেহিহেতেন। কাৰণ আপোনালোকে আজীৱন সম্ভোগৰ বিচাৰ্ কৰিয়েই কটাবলৈ মনস্থ কৰিছে। আপোনালোকৰ জীৱনৰ ভাৰসাম্য ঠিক কৰি ৰাখে টকাই,—পৰিশ্ৰমে নহয়। কিন্তু আন হাতে চাওক, ভৰ দুপৰৰ প্ৰখৰ সূৰ্য্যক আওকান কৰি মণিৰামে মাটি চহায়; জেতুকীয়ে মণিৰামে চহোৱা মাটিত সোণৰ সপোন ৰচে। সিহঁতে তেতিয়া অন্তৰ উজাৰি গায় অনাগত অঙ্কুৰৰ মৌন স্তুতিৰ বাণী। সিহঁতৰ দুচকুতো তন্দ্ৰা জাগে; সিহঁতেও সপোন দেখে;—চক্‌চকীয়া ৰূপৰ সপোন নহয়, আঘোণৰ সোণালী সপোন। সিহঁতৰ জীৱনৰ ভাৰসাম্য ঠিক কৰে সেউজীয়া ধাননিৰ গৰ্ভস্থিত ভ্ৰূণৰ ইঙ্গিতে। আবেলি ফুৰি আহি আপুনি হয়তো চোফাত গা এৰি দিব। আপোনাৰ প্ৰিয়তমা কাষ চাপি আহিব। মনোৰে চৰৰৎ যোগাব আৰু আপোনালোক দুয়োৰে লতা মাঙ্গেশ্‌কাৰৰ গীতৰ সুৰত নিজকে বিলাই দিব। সেই সময়তে হয়তো কান্ধত হোলোঙা দাল লৈ মণিৰামো পথাৰৰ পৰা আহিব। শৰীৰত পঙ্কিল পৃথিৱীৰ প্ৰেমৰ চাব্‌লৈ জেতুকীও পিছে পিছে আহিব। সেই সময়তে কোনোবা বিহুৱলীয়া ডেকাই গাব,—

বিহুতী চৰায়ে কৰে বিহু বিহু
আমাৰ বিহু কাপোৰ নাই,
নগৰ সমনীয়াই সোধে বেঢ়ি বেঢ়ি
চেনাই মোৰ কাষতে নাই।

—অনাগত বিপদৰ আশঙ্কাত জেতুকীও হয়তো মণিৰামৰ কাষ চাপি আহিব। মণিৰামে মিচিকি হাহিব,—বুজিপোৱাৰ হাঁহি।

কোনো কোনো সুবিধাবাদী লোকৰ কাৰণে আবেলিৰ সময়কণ বহুযুগৰ সঞ্চিত ধনৰ নিচিনা। বেছি দূৰলৈ যাব নালাগে, আপোনাৰ ঘৰৰ কাষৰে হাজৰিকাৰ ঘৰলৈ চকু ফুৰাওক। হাজৰিকাৰ একমাত্ৰ চিন্তা হৈছে নিজৰ আলসুৱা জীয়েক মিনতিক কেনেকৈ এজন সুপাত্ৰৰ হাতত অৰ্পণ কৰিব পাৰি। আজি কালি ছোৱালীৰ বজাৰ বৰ মন্দা। অকল ৰূপ থাকিলেই নহয়, ভাল পাত্ৰ পাবলৈ হলে ছোৱালীৰ গাত গান বাজনা জনাকে আদি কৰি কেইবাটাও এক্সটাৰ্নেল কোৱালিফিকেশ্যন থাকিব লাগিব। সেই কাৰণেই আবেলিৰ

সময়কণ ডেকা গানৰ শিক্ষকৰ হাতত মিনতিক সঁপি দি ছুবদৰ্শী হাজৰিকা আৰু হাজৰিকানী ফুৰিবলৈ ওলাই যায়। মিনতিয়ে ঘৰত গানেই শিকেনে ফুচ্ ফুচীয়া প্ৰেমৰ বিহাৰ্ছলেই কৰে, তাৰ বিচাৰ লোৱাতো আমাৰ অনধিকাৰ চৰ্চাহে হব, কিবোলে? কিন্তু, আমাৰ সোণতৰা ইঁতলৈ চাওক। জিৰাবৰ সময় নাই। ভুঁই ৰুই আহি কান্ধত জকাই খনলৈ ওলাই গৈছে গধূলিৰ সাজৰ কাৰণে দুটি মাছ পুঠি ধৰি আনিবলৈ। সেই সময়ত নৈৰ সিপাৰে ম'হ চৰাই থকা বংমনৰ লগত সোণতৰা ইঁতৰ দুই এটা বিহু গীতৰ আদান প্ৰদান হোৱাতো একো আচৰিত নহয়। আপোনালোকৰ তথাকথিত সভ্যতাৰ তুলাচালনীত ই অশ্লীল আখ্যা পোৱাতো স্বাভাবিক। মাত্ৰ পুতৌ হয় যে আপোনালোকে নিজৰ গাত চিকুটি নাচায়।

আপোনালোকৰ উপভোগৰ আন এটা সময় হেমন্তৰ সেৱেতো আবেলি বিলাক। আপোনাৰ গাত গাভাৰ্দিনৰ কোট পেণ্ট। আপোনাৰ প্ৰিয়তমাৰ গাত ৰঙীন 'কেপ'। দুয়ো হয়তো অলপ ফুৰি আহিবগৈ। কাৰণ আপুনি জানে যে জাৰেই হওক বা জহেই হওক, কাষত প্ৰিয়তমাকলৈ ক্লান্ত আবেলিৰ সময়খিনি মহানগৰীৰ ৰাজপথত উপভোগ কৰাতো, আজিৰ সভ্যতাৰ বজাৰত নিজক এড্ভাৰ্টাইজ্ কৰাৰ এটি অতি সহজ উপায়। সেই সময়তে কান্ধত মেট্মৰা লখিমীক লৈ মণিৰামো পথাৰৰ পৰা উভতি আহিব। হাতত কাচিখন লৈ পিছে পিছে জেতুকীও আহিব, মুকলি আকাশৰ তলৰ শ্ৰান্ত পৃথিৱীখনৰ পৰা শান্ত পজা ঘৰত অকনমান আশ্ৰয় বিচাৰি। ( আশ্ৰয়, আশ্ৰয় ক'ত....? ) সেই দিনা যদি জোনাক ৰাতি হয়, তেতিয়া হলেতো কথাই নাই। বাদামী বৰণৰ ৰাতি, বাৰন্দাৰ বেলিঙত ভৰ দি আপোনালোকৰ সপোন বিভোৰ মনবোৰ এৰি দিব মৌজোল বুলীয়া জোনটোৰ মৰম পাপৰি বিচাৰি।

—কিন্তু জেতুকী সেই সময়ত ভাতৰ চৰুত ব্যস্ত। মণিৰামে হয়তো আগত চাকিটো লৈ জোটাই জোটাই কীৰ্ত্তন পুথি পঢ়িছে।

অন্তৰত আপোনালোকৰ প্ৰতি কিছুমান বিদ্বেষৰ ভাব পোষণ কৰি মই এইবোৰ কৈছো বুলি ভাবি নলব আকৌ। যুগধৰ্ম্মক অস্বীকাৰ কৰিব পৰা ক্ষমতা মোৰ নাই। সভ্যতাৰ লাওপানী খাই মতলীয়া হোৱা আজিৰ নব্য সমাজৰ মাজত মই বিহমেটেকাও নহয়, নাইবা মই কোৱা কথাবোৰ কিছুমান এস্কিমৰ সমষ্টিও নহয়। একুৰি পোন্ধৰ বছৰীয়া জীৱনটোত যি দেখিছো, বা যি বুজিছো তাকেহে ব্যক্ত কৰিছো। মোৰ কথাবিলাক সম্পূৰ্ণ আন্ ভাইলুটেদ্, কিন্তু স্পষ্টবাদীতাৰ দোষত দোষী।

---

"আমাৰ দুৰ্দ্দিনলৈ চাই আৰু আমাৰ অক্ষমতা দেখি শত্ৰুৱে আমাক হাঁহিব পাৰে। অসমৰ ভাগ্য পৰিবৰ্ত্তন অনিবাৰ্য্য। আজি অসমীয়াই মুক্তিৰ বাট বিচাৰি পাইছে, অসম যে অসমীয়াৰ কাৰণে এই সত্য উপলব্ধি কৰিছে। অসমী অসম জননীৰ সেৱাব্ৰত দীক্ষা গ্ৰহণ কৰি তেওঁৰ উদ্ধাৰ কাৰণে এদল অসমীয়া ওলাইছে, তাক নজনা লোক আজি নাই। অসমীয়াৰ ৰাজনীতি, অৰ্থনীতি, সমাজ সংস্কাৰ সকলো মঙ্গল কাৰ্য্য সেই সত্যকেই আশ্ৰয় কৰি আছে, সেই সত্যকেই ভিত্তি কৰি চলাবৰ প্ৰাণপণ চেষ্টা চলিছে। সেই দল অসমীয়াই ভালদৰে বুজিছে যে, এই সত্য প্ৰৱৰ্ত্তাব নোৱাৰিলে ভাৰত যে ভাৰতবাসীৰ এই সত্য প্ৰমাণিত নহ'ব। নিজ মাতৃক অৱহেলা কৰি দেশমাতৃকাৰ সেৱাৰ চেষ্টা ভণ্ডামী মাথোন।

"মৰিবই যদি লাগিব নিশ্চেষ্ট হৈ কাপুৰুষৰ দৰে মৰাতকৈ সম্মুখ যুদ্ধত প্ৰাণ দিয়াই ভাল। অসম অসমীয়াৰ, এই নীতি প্ৰৱৰ্ত্তনত যি সকলে প্ৰতিবন্ধক জন্মাবৰ চেষ্টা কৰিব তেওঁবিলাকক পৰাস্ত কৰাই অসমৰ যুগধৰ্ম্ম বুলি মানি ল'ব লাগিব। সেই অৰ্থে ধৰ্ম্মযুদ্ধ ঘোষণা কৰিব লাগিব। এই ধৰ্ম্মযুদ্ধত "তৰিলে দেশ, মৰিলে স্বৰ্গ" তৰুণ অসমৰ বীজমন্ত্ৰ। ইয়াকে দিব লাগিব আবাল-বৃদ্ধ-বণিতা অসমীয়াৰ কাণে কাণে। এই মন্ত্ৰকেই জপিব লাগিব অসমীয়াই সচিতে সপোনে। তেতিয়া ভগৱন্ত অসমীয়াৰ প্ৰতি তুষ্ট নহৈ নোৱাৰিব। অসম অসমীয়াৰ হৈ দেশবিদেশৰ সহানুভূতি পাব আৰু শ্ৰদ্ধাৰ পাত্ৰ হ'ব।"

—দেশভক্ত তৰুণৰাম ফুকন

( সম্পাদকীয় )

# আমাৰ কথা

## বিশ্ববিদ্যালয়ৰ ডিগ্ৰী আৰু তাৰ মূল্যাঙ্কণ :

অলপতে ডাঃ ৰামস্বামী মুডালিয়াৰৰ নেতৃত্বত গঠিত দহজনীয়া সদস্যৰ কমিটিটোৱে কয় যে চৰকাৰী সেৱাৰ আৱশ্যকতা হিছাবে বিশ্ববিদ্যালয়ৰ ডিগ্ৰীৰ যথাযোগ্য স্থান থকা উচিত। নিম্ন আৰু মধ্য পৰ্য্যায়ৰ অৰ্থাৎ কেৰাণী আৰু প্ৰথম শ্ৰেণীৰ কাৰ্য্যতালিকাত বাহিৰে অন্য লোক সেৱাসমূহত ডিগ্ৰীৰ অৰ্হতা উঠাই দিব লাগে। তাৰোপৰি ডাঃ সুশীলা নায়াৰ, সৰ্ব্বশ্ৰী হুমায়ুন কবিৰ আৰু এন্, কে সিদ্ধান্ত আদিৰ মতে "চৰকাৰৰ অধীনৰ অ-কাৰিকৰী চাকৰিত প্ৰৱেশৰ অৰ্থে বিশ্ববিদ্যালয়ৰ ডিগ্ৰী সৰ্ব্বপ্ৰথম অৰ্হতা হোৱাত জোৰ দিয়াৰ যথেষ্ট যুক্তিযুক্ততা নাই। কমিটিয়ে চৰকাৰী সেৱাসমূহ তিনিটা পৰ্য্যায়ত বিভাগ কৰিছে—ছিনিয়ৰ বিষয়া, জুনিয়ৰ বিষয়া আৰু কেৰাণী সেৱা। ছিনিয়ৰ বিভাগত কেৱল ২১ৰ পৰা ২৩ বছৰৰ গ্ৰেজুৱেটক লোৱা হ'ব। দ্বিতীয় শ্ৰেণীৰ চাকৰীৰ কাৰণে বিশ্ববিদ্যালয়ৰ ডিগ্ৰীৰ নিম্নতম আৱশ্যকীয় যোগ্যতা বুলি ধৰা নহ'ব। এই শ্ৰেণীৰ কামৰ কাৰণে লোৱা পৰীক্ষা ডিগ্ৰী নথকা বিলাকৰ লগতে ডিগ্ৰী থকা বিলাকেও দিব পাৰিব। এই পৰ্য্যায়ৰ চাকৰী প্ৰাৰ্থীৰ বয়স ১৭ৰ পৰা ২১ বছৰ হ'ব লাগিব। তৃতীয় শ্ৰেণীৰ চাকৰীৰ কাৰণে বিশ্ববিদ্যালয়ৰ ডিগ্ৰীৰ আৱশ্যকতা নাই।

এতিয়া যি ৰীতি চলি আছে সি হ'ল চৰকাৰী চাকৰীত, ডিগ্ৰীৰ আৱশ্যকতা। এই ৰীতিৰ ফলত বিশ্ববিদ্যালয়ৰ ডিগ্ৰীৰ মূল্য বহুতো কমি গৈছে। সাধাৰণ ল'ৱাৰ ডিভিজন্ ক্লাৰিকেল ছাৰ্ভিছৰ কাৰণেই শ শ গ্ৰেজুৱেটে আৱেদন জনায়। তাৰোপৰি আজিৰ শিক্ষা ব্যৱস্থাক একেবাৰে 'কেৰাণী উৎপাদনকাৰী শিল্প' বুলি ক'ব পাৰি। এই বিলাকৰ ফলত আমি দেখিছোঁ আজিৰ ছাত্ৰ সকলৰ কলেজ বা বিশ্ববিদ্যালয়ত পঢ়াটো এটা বেমাৰ হৈ পৰিছে। এই কাৰণে কলেজত ছাত্ৰৰ ভিৰ অসম্ভৱ ৰূপে বাঢ়িছে। কলেজতো ভাল শিক্ষা দিয়াৰ সা-সুবিধা নথকাত শিক্ষাৰ মানো হ্ৰাস হৈছে। আমি ভৱাত, দায়িত্বশীল উচ্চ পদৰ কাৰণে যি গুণাৱলীৰ আৱশ্যকতা সি অকল ডিগ্ৰীধাৰীৰ আছে, এনে নহয়, অনেক আণ্ডাৰ গ্ৰেজুৱেটৰো সেইখিনি থাকিব পাৰে আৰু আছেও। আমেৰিকা আৰু বৃটেনত চাকৰী নিয়োগৰ বাছনি পৰীক্ষাত দেখুৱা যোগ্যতাক ডিগ্ৰীতকৈ অধিক মূল্য দিয়া হয়। আমি ভৱাত মুডালিয়াৰ কমিটিৰ ৰিপোৰ্ট চৰকাৰে গ্ৰহণ কৰিলে—কলেজ বিলাকত ছাত্ৰৰ কিছু ভিৰ্ কমিব, প্ৰকৃত যোগ্যতা অৰ্জ্জনৰ কাৰণে ছাত্ৰসকলৰ চেষ্টা আৰু আগ্ৰহ হ'ব। আৰু চাকৰী নিয়োগৰ এই পদ্ধতি প্ৰকৃত গণতান্ত্ৰিক হ'ব।

### *গুৱাহাটী বিশ্ববিদ্যালয় :*

চাই থাকোতেই গুৱাহাটী বিশ্ববিদ্যালয়ে দহ বছৰ অতিক্ৰম কৰিলে তথাপি এতিয়াও গুৱাহাটী বিশ্ববিদ্যালয় অতি মন্থৰ গতিত আৰু আসোঁৱাহপূৰ্ণভাৱে চলি আছে। বিশ্ববিদ্যালয়ত পঢ়িবলৈ যোৱা স্নাতকোত্তৰ বা নিম্ন স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰসকলে ভৰ্ত্তি হ'ব পাৰিলেও ছাত্ৰবাসত ঠাই নাপায়। ইয়াৰ ফলত গুৱাহাটীৰ বাহিৰৰ পৰা অহা ছাত্ৰ সকল বিপাডত পৰে। আমাৰ বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ ফলাফল পলমকৈ ঘোষণা কৰাৰ ফলত অসমৰ বাহিৰৰ বিশ্ববিদ্যালয়ত পঢ়াৰ পৰা অসমৰ বহুত ছাত্ৰ বঞ্চিত হ'ব লগা হয়। আন বিশ্ববিদ্যালয় বিলাকত পৰীক্ষা আগতে হয় আৰু ফলাফলো আগতে ওলায়। তদুপৰি মাৰ্কচিট, মাইগ্ৰেচন চাৰ্টিফিকেট আদি উলিয়াবৰ কাৰণে কমেও পোন্ধৰ দিন ব'ব লগা হয়। এই বিলাকৰ ফলত বাহিৰত পঢ়াটো আৰু হৈ নুঠেগৈ। আমাৰ যি এখন চৰকাৰী কলেজ [ কটন কলেজ ] আছে তাতো ছাত্ৰ-ছাত্ৰীৰ সংখ্যা সীমাবদ্ধ কৰি ৰখা হৈছে—অতিৰিক্ত ছাত্ৰ-ছাত্ৰী লোৱাৰ কোনো ব্যৱস্থা এতিয়ালৈকে হোৱা নাই। বাহিৰৰ কিছুমান বিশ্ববিদ্যালয়ে পৰীক্ষাৰ ফিজৰ লগতে এটা অতিৰিক্ত ফিজ ৰাখে আৰু পৰীক্ষাৰ ফলাফল ঘোষণা হোৱাৰ লগে লগে প্ৰত্যেকৰ ঠিকনামতে মাৰ্কচিট পঠাই দিয়ে। ব্যৱস্থাটো বেয়া নহয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ তলত এখন মডাৰেশ্যন বোৰ্ড নথকাত কেতিয়াবা পৰীক্ষাৰ প্ৰশ্ন কাকত টান হয় আৰু ফলত ছাত্ৰ-ছাত্ৰীয়ে পৰীক্ষা গৃহ ত্যাগ কৰে। পিছত বিশ্ববিদ্যালয়ে পুনঃ পৰীক্ষা ল'ব লগা হয় ছাত্ৰ সকলৰো অসুবিধা হয়। এই কথা বৰ ঠিক নহয়। এনে সমস্যা যাতে উদ্ভৱ নহয় তালৈহে চকু দিয়া উচিত। কেতিয়াবা কেতিয়াবা পৰীক্ষাৰ প্ৰশ্ন কাকত ওলাইছে বুলি আমি উৰা বাতৰি শুনো এই কথাবোৰ সত্য নে অসত্য আমি নেজানো—এই বিলাকক আমি গৰিহনা দিওঁ। বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই এনে উৰা বাতৰি যাতে প্ৰচাৰ নহয় তালৈ যেন চকু দিয়ে। ছাত্ৰ-ছাত্ৰীৰ থকা-মেলা, খেল-ধেমালি, পাঠাগাৰৰ অসুবিধা আৰু অন্যান্য আহুকালবোৰ যাতে আঁতৰাব পৰা যায়, সেই বিষয়ে যেন বিশ্ববিদ্যালয়ে এটা কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰে।

### *ভাষা সমস্যা :*

ভাষা সমস্যাই বৰ্ত্তমান গুৰুতৰ আকাৰ ধাৰণ কৰি আমাৰ আগত দেখা দিছেহি। আমাৰ সংবিধানৰ মতে আৰু পোন্ধৰ বছৰৰ পিছত ইংৰাজীৰ স্থান হিন্দীয়ে ল'ব। এই ব্যৱস্থা আমাৰ মনোমত নহয়। আমাৰ মতে হিন্দী ভাৰতৰ নেচনেল লেংগুৱেজ হ'ব লাগে কিন্তু অফিচিয়েল লেংগুৱেজ হ'ব নোৱাৰে। ভাৰতবৰ্ষত বহুতো ভাষা-ভাষীৰ লোক আছে—এটা গণতান্ত্ৰিক দৃষ্টিৰে চালে আমি ভৰাত ইংৰাজীক অফিচিয়েল লেংগুৱেজ কৰি ৰখাই ভাল হ'ব। সকলো জাতীয়কৰণ কৰিব লাগে কাৰণেই যে ভাষাকো জাতীয়কৰণ কৰিব লাগে তাৰ কোনো মানে নাই। ইংৰাজী বৰ্ত্তমান কোনো এটা জাতিৰ বা এখন দেশৰ একচেতীয়া সম্পদ হৈ থকা নাই, সি কেতিয়াবাই সেই ঠেক গণ্ডী অতিক্ৰম কৰি আন্তৰ্জাতিক ভাষাৰ স্থান লৈছে। গতিকে ইংৰাজী ভাষা ল'লে যে

আমাৰ মান ক্ষুণ্ণ হ'ব তেনে নহয়—নিজৰ দেশী ভাষা জনাৰ উপৰিও এই ভাষা জনাত আমি পৃথিৱীৰ আন আন দেশৰ লোকসকলতকৈ শ্ৰেষ্ঠ হৈ থাকিম।

আমাৰ বিশ্ববিদ্যালয় বিলাকত হিন্দী ভাষা প্ৰবৰ্ত্তন কৰাৰ আমি ঘোৰ বিৰুদ্ধী। আৰু যদি তেনে পন্থাক কাৰ্য্যকৰী কৰা হয়—আমাৰ ছাত্ৰ সমাজৰ অতি অনিষ্ট সাধন কৰা হ'ব। হিন্দী আমাৰ দুই এটা প্ৰাদেশিক ভাষাতকৈও দুখীয়া। সেই ভাষাত শিক্ষা ল'লে আমাৰ ছাত্ৰসকলৰ জ্ঞানৰ পৰিসৰ কিমান বহল হ'ব—ক'ব নোৱাৰি। তাৰোপৰি বিশ্ববিদ্যালয়ৰ দেওনা পাৰ হৈ গ'লেও এই ছাত্ৰ সকলৰ অজ্ঞতা দেখি বাহিৰৰ ছাত্ৰ সকলৰ হাঁহিয়তাৰ পাত্ৰ হ'ব। ইংৰাজী ভাষাত আমি এতিয়া যিমান জ্ঞান অৰ্জ্জন কৰিছোঁ, যিমান কথা শিকিছোঁ, যিমান দূৰ শিক্ষা পাইছোঁ, হিন্দী ভাষা ল'লে সেই সকলোবোৰ নাইকিয়া হ'ব। হিন্দী যেনেকৈ আমাৰ কাৰণে বিদেশী; ইংৰাজীও তেনেকৈ আমাৰ কাৰণৈ বিদেশী। নিজৰ মাতৃভাষা শিকাৰ ওপৰিও এটা বিদেশী ভাষা শিকাত আমাৰ আপত্তি কিয়, তেনেহ'লে?

এই প্ৰসঙ্গত আৰু অলপ কোৱাৰ আৱশ্যকতা অনুভৱ কৰিলোঁ। আমাৰ প্ৰাদেশিক ভাষাবিলাক দুৰ্ব্বলহৈ যোৱাটো কোনেও বাঞ্ছা নকৰে। অসমত অসমীয়া ৰাজ্যিক ভাষা হ'ব লাগে। ই আমাৰ ছাত্ৰ সমাজৰ দাবী। পশ্চিমবঙ্গত বঙালী যেনেকৈ ৰাজ্যিক ভাষা হ'ব পাৰে তেনেকৈ অসমত কিয় হ'ব নোৱাৰে? অসমত অসমীয়া ভাষাই প্ৰধান। তেনেস্থলত ইয়াক ৰাজ্যিক ভাষা কৰাত ইমান পলম হৈছে কিয়?

আমাৰ আন এটা দাবী হৈছে নেফা অঞ্চলত অসমীয়া ভাষা প্ৰৱৰ্ত্তন কৰিব লাগে। ইংৰাজী যেনেকৈ জনজাতিলোক সকলৰ কাৰণে বিদেশী সেইদৰে হিন্দী ভাষাও। আমি জনাত অলপতে অসমীয়াৰ পৰিবৰ্ত্তে হিন্দী প্ৰৱৰ্ত্তণ কৰাত তাৰ শিক্ষানুষ্ঠান বিলাকত বেমেজালিয়ে দেখা দিছিল। এই সমস্যাবিলাকৰ সমাধান কৰিবলৈ—মনস্তাত্বিক দৃষ্টি ভঙ্গীৰ প্ৰয়োজন। অসমৰ নলে-গলে লগা আৰু বুৰঞ্জীয়ে চুকি পোৱা কালৰে পৰা অসমৰ অবিচ্ছেদ্য অঙ্গ, এই উত্তৰ-পূব সীমান্ত অঞ্চলত অসমীয়া ভাষা প্ৰৱৰ্ত্তন কৰিব লাগে—তাক আমি জোৰ দি কওঁ।

### *আমাৰ কলেজৰ কথা ঃ*

অসমৰ সৰ্ব্বপ্ৰধান আৰু সৰ্ব্ব বৃহৎ বেচৰকাৰী শিক্ষানুষ্ঠান এই জগন্নাথ বৰুৱা কলেজখন—বহুতো ছাত্ৰ-ছাত্ৰীৰ আশা ভৰসাৰ থল। এই কলেজখনত বৰ্ত্তমান প্ৰায় সোতৰ শ ছাত্ৰ-ছাত্ৰী আছে। এই কলেজখন অনতি পলমে চৰকাৰী কৰি দিয়া আমি বাঞ্ছা কৰোঁ। চৰকাৰৰ ফালৰ পৰা কেইবা বাৰো আশ্বাস আহিছে কিন্তু এতিয়ালৈকে চৰকাৰী কৰাৰ কোনো আশাই দেখা নাই। এই ছাত্ৰ-ছাত্ৰী সকলৰ নানা সমস্যা, নানা অসুবিধা, আসোঁৱাহ আদিৰ ফালৰ পৰাও চাই ইয়াক শীঘ্ৰে চৰকাৰী কৰাৰ যুক্তিযুক্ততা আমাৰ মনত জাগে। কটন কলেজৰ বাহিৰেও আৰু এখন চৰকাৰী কলেজৰ আজি প্ৰয়োজন হৈ পৰিছে।

আমাক বৰ্ত্তমান এটা ডাঙৰ ইউনিয়ন অফিচ্ লাগে। এতিয়া যি অফিচ আছে সি অতি সৰু। ইউনিয়নৰ সভ্য সকল বহিবলৈকে তাত অসুবিধা হয়। ইউনিয়ন হলৰ কথা আমি নকওঁৱেই—এই অফিচটোৰ কথাকে কৰ্ত্তৃপক্ষই ভাবি চাব বুলি আশা কৰিলোঁ।

বৰ্ত্তমান নিউ হোষ্টেলৰ ওচৰত আকৌ এটা ছাত্ৰবাস সজাত আমি সন্তোষ পাইছোঁ। আমাৰ কলেজত বহুতো দূৰৰ ঠাইৰ ল'ৰা পঢ়েহি। তেওঁলোকে বহুত সময়ত ছাত্ৰবাসত স্থান নাপায় উভতি যাব লগা হৈছিল—এই নতুন-ব্যৱস্থাত সি কিছু দূৰ হ'ব। বৰ্ত্তমান পানী যোগান, উৎকৃষ্ট খাদ্য আৰু সুচিকিৎসাৰ অভাৱ হোষ্টেলবাসী সকলে বেছি অনুভৱ কৰিছে। বহুতো সময়ত আমাৰ বহুতো ছাত্ৰ, ছাত্ৰবাসত থাকি মাৰাত্মক বেমাৰৰ সন্মুখীন হ'ব লগা হৈছে। কলেজৰ কৰ্ত্তৃপক্ষই এই কথাবোৰ চিন্তা কৰি চাই ইয়াৰ এটা সুমীমাংসা কৰিব বুলি আশা কৰিলোঁ। তাৰোপৰি ছাত্ৰবাস বিলাকত ছাত্ৰই শিক্ষা লাভৰ যি পৰিবেশৰ আৱশ্যক—তাক পাইছে নে নাই তাকো চাব বুলি আশা কৰিলোঁ। ছাত্ৰবাস বিলাকত একোখনকৈ টেবুল টেনিছ বৰ্ড আৰু একোটাকৈ ৰেডিয়' দিয়াটো আমি উচিত বুলি ভাবোঁ। খেল-ধেমালিৰ কাৰণে ছাত্ৰসকলক যথেষ্ট উপকৰণ দিয়া উচিত।

ইমান দিনৰ মূৰত—তথাপি 'চাইকেল ষ্টেন্দ'খন হৈ উঠাত আমি সন্তোষ পাইছোঁ। কলেজৰ বয়স প্ৰায় আঠাইছ বছৰেই হ'বৰ হ'ল হি তথাপি আজিলৈকে কলেজখনে মোট সলাবলৈ নিশিকিলে—সেই যেনেকৈ সাজি দিছিল, তেনেকৈয়ে আছে। কলেজৰ আমূল পৰিবৰ্ত্তন নঘটিলেও অন্ততঃ তাৰ ভিতৰ ফালৰ কিছু পৰিবৰ্ত্তন ঘটিব বুলি আশা কৰিলোঁ।

এই সোতৰ শ ছাত্ৰছাত্ৰীৰে পৰিপূৰ্ণ কলেজখনত এটা 'অদিটৰিয়াম'ৰ আৱশ্যকতা আমি বহুত দিনৰ পৰা অনুভৱ কৰি আহিছোঁ। ই হৈ উঠিলে আমাৰ ছাত্ৰ-ছাত্ৰী সকলৰ এটা ডাঙৰ সমস্যাৰ সমাধান হ'ব।

কলেজত বৰ্ত্তমান বয়জ কমনৰুম আৰু গাৰ্লচ কমন ৰুম বুলি যি দুটা ঘৰ আছে সেই দুটিৰ সলনি দুটা আহল-বহল নতুন ঘৰ আমাক লাগে। বয়জ কমন ৰুমত তিনিখন টেবুল টেনিচ্ বৰ্ড দিয়াৰ ব্যৱস্থা কৰিলে ভাল হয়।

আমাৰ কলেজৰ যি ৰিদিং ৰুম—সি অতি সৰু। ইমানবোৰ ছাত্ৰ-ছাত্ৰীয়ে বহি তাত পঢ়াটো সম্ভৱ নহয়। ৰিদিংৰুমৰ কাৰণে এটা ডাঙৰ কোঠা দিব বুলি আমি কলেজ কৰ্ত্তৃপক্ষক টানি অনুৰোধ জনালোঁ। লগতে আমাৰ কলেজ লাইব্ৰেৰীটোও অলপ উন্নত কৰিলে ভাল হয়। কিয়নো বৰ্ত্তমান কলেজৰ পঢ়ুৱৈ সমাজ বেছ ডাঙৰ।

পৰি থকা 'টেনিচ কৰ্ট' খনত টেনিচ খেলৰ প্ৰৱৰ্ত্তন কৰিলে আমি ভাল পাম। ক্ৰীড়ানুৰাগী ছাত্ৰ সকলকো অনুৰোধ কৰিলোঁ তেওঁলোকে যেন ইয়াক ব্যৱহাৰ কৰিবলৈ চেষ্টা চলায়।

### *কলেজৰ শিক্ষা ব্যৱস্থা ঃ*

আমাৰ কলেজে আজি কেইবছৰমান ধৰি পঢ়া-শুনা, খেলা-ধূলা ক'তো বিশেষ পাৰদৰ্শিতা দেখুৱাব পৰা নাই। ফুটবল, ক্রিকেট, স্পৰ্টচ, সঙ্গীত, সাহিত্য, এন্, চি, চি, তৰ্ক প্রতিযোগিতা আদি সকলোতেই যাতে আমাৰ ছাত্রসকলে কলেজৰ বাহিৰতো নাম কৰিব পাৰে—তাকে আমি কামনা কৰোঁ। ইয়াৰ কিছুমান বিষয়ত আৰু বেছি অনুশীলন আৰু চিৰিয়াচ্নেচৰ প্রয়োজন। কলেজৰ ছাত্র ইউনিয়নৰ বিভাগীয় সম্পাদকসকলে আৰু সেই বিভাগসমূহৰ ভাৰপ্রাপ্ত অধ্যাপক সকলে যদি আৰু বেছি মনোযোগ আৰু সহযোগ দিয়ে আমাৰ বিশ্বাস অদূৰ ভৱিষ্যতত জগন্নাথ বৰুৱা কলেজৰ ছাত্রই গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ সকলো বিষয়তে আন্তঃ বিশ্ববিদ্যালয় প্রতিযোগিতা বিলাকত প্রতিনিধিত্ব কৰিবলৈ সমৰ্থ হ'ব।

পঢ়া-শুনা বিষয়তো কলেজৰ ছাত্রই ইণ্টাৰমিডিয়েট্ আৰু ডিগ্রী পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ শতকৰা হাৰ লাহে লাহে কমি আহিছে। বিশ্ববিদ্যালয়ৰ পাছ ক'ৰা ছাত্রৰ শতকৰা হাৰতকৈও ই কেতিয়াবা কমহে হয়। ই বৰ দুখ লগা কথা। আমি ভৱাত আমাৰ কলেজৰ শিক্ষা ব্যৱস্থাত কিছু বেমেজালি আৰু আসোঁৱাহ আছে। কলেজ কতৃপক্ষই যেন এই আসোঁৱা হ্ৰবোৰ গুচোৱাত যত্নপৰ হয়।

আমাৰ কলেজে কলা বিভাগত অতীজৰে পৰা সুনাম অৰ্জ্জন কৰি আহিছে। কলেজত বুৰঞ্জী বিভাগৰ 'অনাৰ্চ' শ্রেণী খোলাৰ আমি প্রয়োজনীয়তা দেখিছোঁ আৰু সি হৈ নুঠিলে বহুতো ছাত্রৰ মনৰ মতন বিষয়ত 'অনাৰ্চ' লোৱাৰ পৰা বঞ্চিত হ'ব লগা হয়। তাৰোপৰি 'এডুকেচন্' বিষয়টো কলেজত প্রৱৰ্ত্তন কৰাৰ আমি পক্ষপাতী। আৰু এই বিষয়তো 'অনাৰ্চ' শ্রেণী খোলাৰ যো-জা কৰিব লাগে।

বিজ্ঞান বিভাগত আই, এছ, চি ছাত্রসকলৰ কাৰণে বটানি বিভাগটো প্রৱৰ্ত্তন কৰিব লাগে। আৰু বি, এচ্, চি তো এটা নন্মেথেমেটিকেল গ্রুপ'ৰ আৱশ্যক। বিজ্ঞান শাখাৰো ৰসায়ন আদি বিভাগত 'অনাৰ্চ' শ্রেণী খুলিব লাগে। কলেজৰ পদাৰ্থবিদ্যাৰ লেবৰটৰিটো কিছু ডাঙৰ কৰা উচিত।

টিউটৰিয়েল্ ক্লাছ্ সঘনে হোৱাটো আমি কামনা কৰোঁ। কলেজত টিউটৰিয়েল্ ক্লাছ্ কম হোৱাটো দুখৰ কথা। অনতিপলমে কলেজৰ কৰ্তৃপক্ষই এই বিষয়ে এটা সুবিচাৰ কৰিব বুলি আশা কৰিলোঁ।

শিক্ষামূলক ভ্রমণ আজিৰ শিক্ষা ব্যৱস্থাৰ এটা অপৰিহাৰ্য্য অঙ্গ। আমাৰ কলেজৰ ছাত্র-ছাত্রী সকলে এই বিষয়ত অকণো সুবিধা নাপায়—এই কলেজৰ পৰাই শ শ ছাত্রই পাছ কৰি যায় তথাপি অসমৰ বাহিৰ ওলোৱাৰ আৰু সৌভাগ্য নঘটে। অৰ্থনীতি, বুৰঞ্জী আৰু বিজ্ঞানশাখাৰ ছাত্রসকলে ইয়াৰ অভাৱত বহুতো পাছ পৰি থকা দেখা গৈছে। এই ভ্রমণ বিলাকৰ আৱশ্যকতাৰ বিষয়ে বেছি কোৱাটো আমাৰ মূৰ্খামিহে হ'ব। কলেজ কৰ্তৃপক্ষই নিশ্চয় ছাত্র-ছাত্রী সকলৰ এই চাহিদাক পূৰণ কৰিবলৈ চেষ্টা চলাব বুলি আশা কৰিলোঁ।

*সাহিত্যত বাস্তৱতা ঃ*

"Every nation has a different soul, which like a violin, conserves its peculiar timbre through all changes."—Sir Francis Younghusband.

প্ৰত্যেক জাতিৰে প্ৰত্যেক দেশৰে ভাষা আৰু সাহিত্য আছে। এই ভাষা সাহিত্য একক, এক স্বকীয়া বস্তু। T. S. Eliotয়েও কৈছে, "Every nation, every race has not only its own creative but its own critical turn of mind……"। বহুত দিনৰ আগতে শ্ৰীঅম্বিকাগিৰি ৰায় চৌধুৰী দেৱে দিয়া আহ্বানক অসমীয়া বাইজে আকৌ সুৱঁৰিবলৈ মিনতি জনালোঁ। আনৰ দ্বাৰা প্ৰভাৱন্বিত হৈ কেতিয়াও কোনো কালে উৎকৃষ্ট কিবা এটাৰ সৃষ্টি নহয়। নিজৰ মৌলিকত্বক বিসৰ্জ্জন দিলে কাউৰী ম'ৰা হ'বলৈ যোৱাৰ নিচিনা কথা হ'ব।

আমাৰ সাহিত্যত বৰ্ত্তমান বাস্তৱতাৰ জোৱাঁৰ উঠিছে। উঠক। আমাৰ তাত আপত্তি নাই। কিন্তু আমাৰ এদল সাহিত্যিকে পশ্চিমীয়া সাহিত্য অধ্যয়ন কৰি বিশেষকৈ ন'ৰৱেজিয়ান, ফ্ৰেঞ্চ আৰু আমেৰিকান সাহিত্য, হজম নহৈ বদহজম হোৱাত ভাৱি লৈছে যে গল্প আৰু উপন্যাসত মৈথুন চিত্ৰ আঁকিলেই বাস্তৱ সাহিত্যৰ সৃষ্টি কৰাৰ সাৰ্থক হৈছে। আজি অসমীয়া সাহিত্যত মৈথুন চিত্ৰ অঙ্কন কৰাৰ চল বৈছে। সাহিত্যত মৈথুন চিত্ৰ অঙ্কন কৰিলেই বাস্তৱ সাহিত্যৰ সৃষ্টি নহয়। স্বীকাৰ কৰোঁ, আহাৰ, নিদ্ৰা, মৈথুন মানৱ জাতিৰ আদিম প্ৰবৃত্তি। মৈথুন চিত্ৰ অঙ্কন কৰা সাহিত্য—ক্ষীণ এচেৰেঙা ব'দ। এই সাহিত্য কালজয়ী, হৃদয়গ্ৰাহী সাহিত্য নহয়। এই সাহিত্য কলেজীয়া ছাত্ৰৰ সাহিত্য। আমাৰ পৰা নিলগত থকা সংসাৰী সকলৰ কাৰণে এই সাহিত্য অসুস্থ সাহিত্য।

ভাৰতীয় মানুহ অন্ততঃ পশ্চিমীয়া মানুহৰ দৰে উগ্ৰ মৈথুনাসক্ত নহয়। আমাৰ মানুহ নিৰ্জ্জু, ধৰ্ম্মভীৰু আৰু শান্ত প্ৰকৃতিৰ। অসমীয়া সাহিত্য অকল কলেজত পঢ়া ডেকা সকলৰ কাৰণেই নহয়—আমাৰ গাঁৱত থকা ভাইভনী, ককাই ভাইহঁতৰ কাৰণেও। আমাৰ এই আধামৰা মানুহবোৰৰ মন, দেহ খুব শান্ত, নিৰ্জ্জু প্ৰকৃতিৰ। সাহিত্য কোনো এক গণ্ডীত সোমাই থাকিব নোৱাঁৰে, সাহিত্যৰ পথাৰ খুব বহল, খুব দীঘল। অতীততে যে আমাৰ সাহিত্যত ৰমন ক্ৰিয়া লৈ সাহিত্য গঢ়ি উঠা নাছিল তেনে নহয়—তাৰ প্ৰমাণ ৰাধাহৰণ আদি। মৈথুন চিত্ৰ অঙ্কন কৰি সাহিত্য সৃষ্টি হওক কিন্তু বাস্তৱতাৰ দোহাই দি তাৰ অতিমাত্ৰা প্ৰয়োগৰ আমি পক্ষপাতী নহওঁ। দুই এক সাহিত্যিকে এনে ধৰণৰ সাহিত্য সৃষ্টি কৰক কিন্তু সকলোৱেই বাস্তৱ কৰিবলৈ গৈ এনে কৰা উচিত নহয়। মনত ৰখা উচিত যে আমাৰ পুৰণি সাহিত্যৰ ভঁৰাল অকল 'ৰাধাহৰণ' আদিৰ নিচিনা পুথিৰেই পূৰ্ণ নাছিল। তাৰোপৰি সেই সময়ৰ সেই সমাজৰ পৰিবেশটোক পাহৰি গ'লে ভুল কৰা হ'ব। পায়খানা ঘৰত অঙ্কিত চিত্ৰ সমূহ আজি সাহিত্যত বৰ্ণিত হৈছে। পায়খানা ঘৰৰ কদৰ্য্য ছবি দেখি চিত্ৰকৰক কুৰুচিপূৰ্ণ, মস্তিকত বিকাৰ থকা আদি নানা ধৰণে গৰিহনা দিওঁ। কিন্তু সাহিত্যত যেতিয়া এইবোৰ প্ৰকাশ আৰু এই চিত্ৰই অঙ্কিত হৈছে তেতিয়া এদল লোকৰ পক্ষে নাক কোচোৱাৰ বাহিৰে উপায় নেথাকে। যৌন জীৱনৰ বৈচিত্ৰময় বিসদৃশ নানা খিয়ৰি লৈ সাহিত্য সৃষ্টি কৰিব নোৱাঁৰি।

সি ডাক্তৰি শাস্ত্ৰত বা যৌন জীৱনৰ অদ্ভূত আচৰণ বৰ্ণনা কৰা পুথিতহে সম্ভৱপৰ হ'ব। এনে শাস্ত্ৰ বা পুথি সাহিত্য নহয়। সত্যক অন্তৰেৰে উপলব্ধি কৰিহে প্ৰকাশ কৰা উচিত। যৌন জীৱনৰ নানা তত্বলৈ উৎকৃষ্ট আৰু শ্ৰেষ্ঠ সাহিত্য ৰচনা কৰিব নোৱাৰি। কেতিয়াবা পাৰিলেও সদায় নোৱাৰি। এনে সাহিত্য 'থিয়ৰি'ৰ ভিত্তিত সৃষ্টি, সি লিখকৰ প্ৰেক্‌টিকেল্ প্ৰসূত নহয়। বিস্তৃত অধ্যয়নেৰে যদি অভিজ্ঞতা নাথাকে প্ৰকৃত সাহিত্য কেতিয়াও সৃষ্টি হব নোৱাৰে। বাহিৰৰ জগতখনক নজনাকৈয়ে কিতাপত থকা কথাবোৰ পঢ়ি, বহিঃজগতক উপলব্ধি নকৰি, সাহিত্য সৃষ্টি কৰিলে সেই সাহিত্য, সেই সাহিত্যিক সকলোৱেই খন্তেকীয়া, ক্ষণস্থায়ী হ'ব। যৌনধৰ্ম্ম বৰ্ণনা কৰা পুথি নিষিদ্ধ পুথি—সেই পুথি সকলোৰে কাৰণে নহয়। এইবোৰ যদি সাহিত্য হ'লহেতেন এনে জাতৰ পুথিত দিয়া উদাহৰণবোৰ শ্ৰেষ্ঠ সাহিত্য হ'লহেতেন।

সাহিত্যত বলিষ্ঠতা লাগে। তাক সকলোৱেই স্বীকাৰ কৰিব। "সাহেই সাহিত্য" কিন্তু এই কথা জনা উচিত সাহিত্যত বেয়া চিত্ৰ অঙ্কন কৰা সি দুঃসাহস—সি সৎসাহস নহয়। আমাৰ মানুহৰ দুৰ্ব্বল চিত্তত কুৎসিত সাহিত্যই কিমান অপকাৰ কৰিছে তাক আজি চিন্তা কৰিবৰ সময় আহিল। আমাৰ দেশত মদ খাই হজম কৰিব নোৱাৰি মানুহে মাতালামি কৰে ; ফ্ৰান্সত সিমান পৰিমাণৰ মদ খাই কোনো মানুহেই মাতালামি নকৰে। যিটো সেই দেশত সম্ভৱ এই দেশত সি অসম্ভৱো হ'ব পাৰে। ভৌগলিক হিছাবে যেনেকৈ দুখন দেশৰ ভিতৰত জল-বায়ুৰ বিভিন্নতা আছে সেইদৰে মানুহৰ মনৰো, দেহৰো বিভিন্নতা আছে।

সাহিত্যত সংযম লাগে। সাহিত্যত সাহিত্যিকৰ প্ৰতিভা প্ৰকাশ পাব লাগে। বহল পটভূমিক লৈ, নানা চৰিত্ৰ নানা ঘটনালৈ সাহিত্যিক সকলে তেওঁলোকৰ লিখনিৰ বলিষ্ঠতাৰ প্ৰমাণ দিয়ক। মানুহক অতি মানুহ কৰা আমি নিবিচাৰোঁ। কিন্তু চিৰন্তন মনুষ্যত্বৰ প্ৰকাশ ঘটিব লাগিব। ৰোমাণ্টিক যুগৰ ভাৱ-বিলাস, কল্পনা-বিলাস আমাক নেলাগে। আমি সাহিত্যত বাস্তৱতাকেই বিচাৰিছোঁ। কিন্তু ইয়াক বৰ্ণনা কৰোঁতে ই যাতে উকা নঙঠা বৰ্ণনা নহয় তালৈ সাহিত্যিক সকলে সচেতন হোৱা উচিত।

এসময়ত ভাৰতীয় মনীষীয়ে চিন্তা কৰি নতুন নতুন তথ্যৰ উদ্ভাৱন কৰিছিল। আৰু এই বিষয়ত পশ্চিমীয়া লোক সকলতকৈ বহুত আগবঢ়া আছিল। কিন্তু আজি ভাৰতীয় মানুহৰ চিন্তা কৰিবৰ অৱসৰ নাইকিয়া হ'ল। আমাৰ ভাৱ ধাৰা, ভাষা-সাহিত্য সকলো পশ্চিমীয়া আদৰ্শৰ আৰু সাহিত্যৰ অনুকৰণত গঢ়ি উঠিছে। অনুকৰণ প্ৰিয়তাই আমাক পঙ্গু কৰি পেলালে। মানসিক, শাৰীৰিক সকলো ফালেই আমি আজি দেৱলীয়া হৈছোঁ। মৌলিক চিন্তা প্ৰসূত আৰু নিজস্ব প্ৰকাশ ভঙ্গীৰেহে বিশ্বসাহিত্যৰ সৃষ্টি কৰিব পাৰি। সকলো মানুহৰ প্ৰকৃতিৰ ভিতৰত এক সাধাৰণ ঐক্য আৰু সমতা আছে। ইয়াকেই মানুহৰ স্বাভাবিক ধৰ্ম্ম বা মানৱ প্ৰকৃতিৰ শাশ্বত সত্য বুলি অভিহিত কৰিব পৰা যায়। এই শাশ্বত সত্যবোৰকে যেয়ে নিপুণভাৱে প্ৰয়োগ কৰিব পাৰিছে সেয়েই শ্ৰেষ্ঠ

সাহিত্যিক হব পাৰিছে। শকুন্তলা বিশ্বসাহিত্যৰ শ্ৰেণীত এই কাৰণেই পৰে। এই শাশ্বত সত্য যি প্ৰকাশ কৰিব পাৰিব সিহে বিশ্বৰ সাহিত্যিক হ'ব আৰু নৱভাৱধাৰাৰ স্ৰষ্টা হ'ব।

***সাহিত্যিক সকলৈ আহ্বান :***

আমাৰ দেশত বৰ্ত্তমান ভাষা সমস্যাই গুৰুতৰ আকাৰ ধাৰণ কৰিছে। ভাষা-বিৰোধে দেশত এটা অশান্ত পৰিবেশ গঢ়ি তুলিছে। ভাৰতৰ ৰাষ্ট্ৰভাষা হিন্দীয়েই বা ইংৰাজীয়েই হওক আমি আমাৰ নিজৰ প্ৰাদেশিক ভাষাৰ কথা পাহৰি যোৱাটো উচিত নহ'ব। ভাৰতীয় সংবিধানে চৈধ্যটা ভাষাক স্বীকৃতি দিছে। ইয়াৰ ভিতৰত অসমীয়াও এটা। শ্ৰীনেহেৰুৱে এই বুলি মত প্ৰকাশ কৰিছে যে প্ৰত্যেক প্ৰদেশৰ লোকে সেই প্ৰদেশৰ ভাষাক চৰ্চ্চা আৰু তাক সুস্থ আৰু সৰল কৰি গঢ়ি তোলাৰ স্বত্ব আছে। গতিকে ভাষা-বিৰোধত পৰি প্ৰাদেশিক ভাষা বিলাক যাতে দুৰ্ব্বল হৈ নেযায়—সেই ভাবিয়েই নেহেৰুজীয়ে এই মত প্ৰকাশ কৰিছে।

অসমীয়া ভাষাক চহকী বুলি আমি ক'ব নোৱাৰোঁ। আমাৰ ওচৰা-ওচৰিকৈ ১২০টা দোৱান অসমত চলে। অসমীয়া ভাষাক চহকী কৰি তোলাৰ আৰু তাক সুস্থ সৰলৰূপ দিয়াৰ আজি এক ডাঙৰ আহ্বান আহিছে। আমাৰ সাহিত্যিক সমাজে আজি সাহসেৰে তাক গ্ৰহণ কৰিব পাৰিব লাগিব।

ভাৰতৰ অন্যান্য ৰাজ্যৰ তুলনাত অসমত বাতৰি-কাকতৰ সংখ্যা বৰ কম। বৰ্ত্তমান দুখন দৈনিক বাতৰি-কাকত অসমত চলে। মাহেকীয়া আলোচনী 'ৰামধেনু'ৱেই একমাত্ৰ। এই এখন মাহেকীয়া আলোচনীয়ে জানো সকলো লিখকৰ লিখনি প্ৰকাশ কৰিব পাৰিব? সাহিত্যৰ বাহন আৰু আহিলা এই বাতৰি-কাকত আৰু আলোচনী বিলাক। এই বিলাকৰ যোগেদিয়েই সাহিত্যিক সকলৰ আৱিষ্কাৰ হয়। সাহিত্যিক সকলে আকৌ সাহিত্যক আৱিষ্কাৰ কৰে ইয়াৰ যোগেদিয়েই। এতিয়া প্ৰধান কথা হৈছে আমাৰ আৰু কেইবাখনো মাহেকীয়া আলোচনী লাগে। যদি আৰু মাহেকীয়া আলোচনীৰ জন্ম নহয় অসমীয়া সাহিত্যৰ অদূৰ ভবিষ্যত ভাৱিবলগীয়া হ'ব পাৰে। যোৰহাট, ডিব্ৰুগড়, নগাওঁ আদিৰ সাহিত্যপ্ৰেমী আৰু সাহিত্য-সেৱী সকলে যদি চেষ্টা কৰে আমাৰ বিশ্বাস নিশ্চয় মাহেকীয়া আলোচনী উলিওৱা প্ৰচেষ্টা ফলৱতী হ'ব। আমাৰ ছাত্ৰ সমাজেও এই বিষয়ত বৰঙণি যোগোৱা উচিত।

আমাৰ সাহিত্যত এতিয়াও বিদেশী সাহিত্যৰ শ্ৰেষ্ঠ গ্ৰন্থৰাজিৰ অনুবাদ হোৱা নাই। 'ৱাৰ এণ্ড পিচ্'ৰ অসমীয়া অনুবাদ আজিলৈকে নহ'ল। আমাৰ উঠি অহা সাহিত্যিক সকলে যদি এই ক্ষেত্ৰত তৎপৰ হয়—তেনেহলেও আমাৰ সাহিত্য-ভঁৰালক বহুতো চহকী কৰা হ'ব। সাধাৰণ সস্তীয়া প্ৰেমৰ কাহিনী লিখাতকৈ এনে বিশ্ব-বিশ্ৰুত কিতাপ অনুবাদ কৰাটো আমাৰ বোধেৰে বেছি শ্ৰেয়ঃ হ'ব। তাৰোপৰি যদি শিক্ষিত লোকে আমাৰ অসমীয়াৰ ভাল বস্তুবোৰ ইংৰাজীলৈ অনুবাদ কৰি বাহিৰত প্ৰকাশ কৰে, তেনেহ'লেও বৰ ভাল হয়। বাহিৰত আমাৰ সাহিত্যৰ প্ৰচাৰ

বৰ কম। এই প্ৰচাৰ কম কাৰণেই আজিকোপতি অসম-চৰকাৰে অসমীয়াক অসমৰ ৰাজ্যিক ভাষা বুলি ঘোষণা কৰিব পৰা নাই।

অলপতে অসম চৰকাৰেও অসমীয়া লিখকক ভাল ভাল কিতাপবোৰ যিবোৰ অপ্ৰকাশিত হৈ আছে সেইবোৰ প্ৰকাশ কৰিব বুলি কৈছে। নকলেও হ'ব যে এই চেষ্টা প্ৰশংসনীয়। অসমীয়া সাহিত্যিকে কিতাপৰ বজাৰ দেখি কিতাপ প্ৰকাশ কৰিবলৈ নিৰুৎসাহ হয়। জনপ্ৰিয় চৰকাৰে এই গুৰুভাৰ লোৱাত আমি আনন্দিত হৈছোঁ। এতিয়া সাহিত্যিকবৃন্দই তেওঁলোকৰ বাছক-বনীয়া গ্ৰন্থৰাজি নিশ্চয় ছপাৰ আকাৰত দেখিবলৈ পাব।

আধুনিক পৌৰাণিক আদি মতান্তৰলৈ নগৈ আজি প্ৰত্যেক সাহিত্যিকে আমাৰ সাহিত্যৰ ভঁৰাল চহকী কৰিব লাগে। আমাৰ ভাষাত নাটকৰ বৰ নাটনি। ভাল উপন্যাসো খুব কম। সাহিত্যৰ আন বিভাগবোৰৰ সৈতে এই দুটা বিভাগৰো যাতে উন্নতি হয় তালৈ সাহিত্যিক সকলে যেন চকু ৰাখে। মুঠতে সকলো ভেদাভেদ এৰি আজি সকলো সাহিত্যিকে আমাৰ সাহিত্যৰ ভঁৰাল পূৰণ কৰিবলৈ আগবাঢ়ি অহা উচিত। আৰু যদি ইয়েই হৈ নুঠে আমাৰ ওচৰ চুবুৰীয়া বঙালী ভাষাই আমাক গ্ৰাস কৰিব। ভাষা আৰু সাহিত্যৰ মাজত প্ৰদেশসমূহৰ ভিতৰত যি প্ৰতিযোগিতা চলিছে তাত অংশ গ্ৰহণ নকৰি পলায়নী মতবাদ গ্ৰহণ কৰিলে অদূৰ ভৱিষ্যতত অসমীয়া ভাষাৰ অৱস্থা দুৰৱস্থাত পৰিণত হ'বগৈ। অসমৰ ভিতৰতে বৰ্ত্তমান বঙলা ভাষাৰ প্ৰাদুৰ্ভাৱ হৈছে, যদি অসমীয়া ভাষাৰ বহুল আৰু জোৰ প্ৰচাৰ নহয় অসমীয়া ভাষা এটা বৃহত্তৰ সমষ্টিৰ ভাষা নহৈ এমুঠি মানুহৰহে ভাষা হ'বগৈ।

**কৃতজ্ঞতা স্বীকাৰ :**

জগন্নাথ বৰুৱা কলেজ আলোচনীৰ অষ্টাদশ বছৰ সংখ্যা নানা আলৈ আহুকালৰ মাজেদি পঢ়ুৱৈ সমাজলৈ আগবঢ়ালোঁ। সম্পাদক হিছাপে কোনো কৃতিত্ব দাবী কৰাৰ মোৰ শক্তিও নাই সামৰ্থ্যও নাই। কলেজ আলোচনীৰ নিচিনা হ'ল নে নহ'ল তাৰ বিচাৰৰ ভাৰ ৰাইজৰ ওপৰতে এৰিলোঁ।

এইবেলি আলোচনীখনত যথেষ্ট সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে প্ৰবন্ধ-পাতি প্ৰকাশ কৰিছোঁ। বাহিৰা লিখক-লিখিকাৰ প্ৰবন্ধ-পাতি প্ৰকাশ কৰিলে ছাত্ৰ সমাজে সততে সম্পাদকক জগৰীয়া কৰে।

বয়োবৃদ্ধ 'যদু' ককাদেউতা আৰু বাগীশৰ ফুকন ককাদেউতাই অনুৰোধ ৰক্ষা কৰি এটি কবিতা আৰু প্ৰবন্ধ প্ৰকাশ কৰিবলৈ দিয়াত তেখেত সকলৰ প্ৰতি মই কৃতজ্ঞ।

আলোচনী প্ৰকাশ কৰোঁতে সততে সহায় কৰা বাবে আলোচনীৰ ভাৰপ্ৰাপ্ত অধ্যাপক কিৰণ শৰ্ম্মা, অধ্যাপক চৈয়দ আব্দুল মালিক, অধ্যাপক ত্ৰৈলোক্য নাথ গোস্বামী আৰু সম্পাদনা সমিতিৰ সভ্য সকলৰ প্ৰতি মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। ইয়াৰোপৰি মোক সততে দিহা পৰামৰ্শ দিয়া শ্ৰীকৈলাশ গোস্বামী [ ধলবসত্ৰ প্ৰেছৰ অধ্যক্ষ ], শ্ৰীপ্ৰফুল্ল ৰাজগুৰু আৰু আলোচনীৰ কাম গাত লাগি কৰি দিয়া বাবে এলেম্ প্ৰেছৰ কৰ্ম্মকৰ্ত্তা সকলক ধন্যবাদ জনাইছোঁ।

শেষত সম্পাদক হিছাবে কৰা ভুল ত্ৰুটিৰ বাবে ক্ষমা বিচাৰিলোঁ।



**Sri Anita Borbora**—The first lady, who helped us in introducing co-acting in our college. She ably performed the role of "Ligiri" in the drama "Ligirir Abhisap"



**Sri Girindra Narayan Barua** and his party, showing their "Bahaduri" in the variety programme of College Foundation Day, held on 10-10-58. (*Photo by Munin Barua*)



**Sri Biren Dutta**

Our favourite singer, singing our favourite songs in the Programme of Annual Music Social, held on 8-10-58. (*Photo by Munin Barua*)

# JAGANNATH BOROOAH COLLEGE

# MAGAZINE




EDITOR :
APURBA BORUAH

18th Year ❋ ANNUAL PUBLICATION ❋ 1958

*OM.*

From the unreal lead me to the real.
From darkness lead me to light.
From death lead me to immortality.

*—Brihadaranyakopanishad*

# CONTENTS

## Make Me an Instrument of Thy Peace

*Lord, make me an instrument of Thy peace ;*
*Where hate rules, let me bring love,*
*Where malice, forgiveness,*
*Where disputes, reconciliation,*

*Where error, truth,*
*Where doubt, belief.*
*Where despair, hope,*
*Where darkness, Thy light,*
*Where sorrow, joy !*

*O, Master, let me strive more to comfort others*
*Than to be comforted,*
*To understand others than to be understood,*
*To love others, more than to be loved !*

*For he who gives, receives,*
*He who forgets himself, finds,*
*He who forgives, receives forgiveness,*
*And dying, we rise again to eternal life.*

---

## Trunk Road

(An Impression of Assam)

KENNETH V. DODGSON, M.D.

Mist of morn at break of day : *rati pua*
— hovering over silent plains
— distant objects indistinct
— blurred in hazy grayness.

Through the mist the oxen plodding, cultivator walking
— bearing to the distant paddy
— plow and harrow for the breaking
— fallow fields awaiting planting.

Road yet wet with morning dew, quietness pervading
— broken by the bather bathing
— by the thumping, slushing, washing
— by the sound of bird awaking.

Blazing sun high overhead : *abeli*
— dark hard surface drying, steam rising
— deep green shades contrasting
— with the blueness of the heavens, with the whiteness of the clouds.

The road now full of life and sounds
— naked children laughing, shouting
— schoolboys walking with their fellows
— cattle grazing, young ones suckling.

Ox carts passing, creaking, groaning
— she goats bleeting, wee ones prancing
— chickens pecking, scratching, clucking
— goose and gander, honking, tooting.

Women with their jars and baskets
— water pots on hip and head
— gayly colored, jewelry sparkling
— babes on back.

Yoked men their burdens bearing
— balanced bamboo
— clay pots, brassware, paddy
— tins of water slushing splashing

Amber rays of setting sun: *godhuli*
— sky ablaze with golden hue
— countryside still hot, still humid
— dust rising.

Homeward trudging, cattle lowing
— great herds milling, mooing, moving
— young calves calling
— large bulls pushing.

Cultivator from the fields
— bearing on his back the plow
— bullocks plodding, heads low hung
— evening light advancing.

Black of night, full of sounds: *rati*
— full of crickets, frogs, and locusts
— full of cries of far-off jackels
— full of sounds of beating drums.

Distant stars appearing
— light of fires burning
— flickering lamps now freshly trimmed
— swaying lanterns from the ox carts.

Distant rumble of the thunder
— ever closer, ever louder
— brilliant flashing, shattering, crashing
— torrential rainfall.

## My First Love

ROHINI BORUA, 2nd. yr. I.Sc.

I can't tell you—because I could'nt feel,
How and why I was so overpowered in thrill.
The lady in glaze and white came mechanically ;
And stole my heart quite stealthily,
Smiled at me with a magician eye,
Amazed at the sight, when at a loss was I.

Oh, she rushed—and clapsed me well,
So many tears in her eyes did repel.
With so many kisses she closed my eyes.
I couldn't but begin to cry, to sleep to rise.

How glad I was to escape from her tight,
To play and amuse in my friends in delight.
I can tell you now—because I judge rather.
She is no other than my beloved and pretty mother.



*Naked came I out of my mother's womb, and naked shall I return thither.*

—JOB.



## Some Aspects of our Constitution

PROF. A. N. SHARMA, M.A., LL.B.

The present Constitution was drafted by a Constituent Assembly which was set-up in 1946 under the Cabinet Mission Plan.

It was for the first time in 1934 the demand for a Constituent Assembly was officially noticed by the Indian National Congress. At its Faizpur session in 1936 the Congress resolved, "The Congress stands for a genuine democratic state in India where power has been transferred as a whole to the people and the government is under their effective control. Such a state can only come into existence through a Constituent Assembly having the power to determine finally the Constitution of the country."

The then Conservative Government of England headed by Mr. Churchill was not at all prepared to recognise the right of the Indian people to determine their own future. But this right received due recognition when British Labour Party came to power in 1945. On March 15, 1946, Mr. Attlee, the Prime-Minister of England made an announcement recognis·ng the right of the people of India to frame a Constitution. He also expressed his government's decision to send a Cabinet Mission to settle the constitutional matters of India. Among the various recommendations made by the Cabinet Mission was the setting-up of a Constituent Assembly. Thus the Constituent Assembly of India came into being in 1946 under the Cabinet Mission Plan.

This Assembly met for the first time in December 1946, but the members of the Muslim League Party refused to co-operate with it and persisted in the demand for Pakistan. On February 20, 1947, Mr. Attlee made the historic statement "......His Majesty's Government wish to make it clear that it is their definite intention to take necessary steps to effect the transference of power to responsible Indian hands by a date not later than June, 1948." On March, 1947, Lord Mountbatten came to India as the last Viceroy. He was "entrusted with the task of transferring to Indian hands the responsibility for the government of the British India." After his arrival in India, Lord Mountbatten started negotiations with all the important political leaders of India for evolving an agreed plan. On

June 3, 1947, he announced his plan proposing the partition of India into India and Pakistan as a solution to the Indian political problems. On the basis of the Mountbatten plan the Indian Independence Act was passed by the British Parliament. The Act terminated all the British Authority over India and provided for the establishment of two Dominions, Indian and Pakistan with effect from August 15, 1947.

The Constituent Assembly appointed a Drafting Committee with Late Dr. Ambedkar, as chairman. Various sub-committees, such as, the Union Powers committee, the Provincial Constitution committee, the Advisory Committee on Minorities and Fundamental Rights, the Advisory Committee on Tribal Areas etc, were also set-up. The Drafting Committee considered the reports submitted by the sub-committees and prepared the final draft in the light of the suggestions made by these committees. The draft constitution was then discussed by the Constituent Assembly clause by clause and finally adopted on November 26, 1949. The new Constitution of India came into force on January 26, 1950.

The Indian Constitution is perhaps the biggest written Constitution of the world. It contains 395 articles, 22 chapters and 8 schedules. It took nearly three years to draft and pass the Constitution. The Constitution of India is not only a voluminous one, but is the most complex constitution. It is dubbed as 'a paradise for lawyers.' It is said that amongst the constitutional, documents of the world it constitutes a kind by itself.

The framers of the Constitution borrowed from the Constitutions of United Kingdom, U. S. A., Canada, Australia and Ireland. They were largely influenced by the Government of India Act, 1935. Critics even point out that in some respects our Constitution is a curbon copy of the Government of India Act 1935.

Both the Government of India Act and the Constitution of India embody federal form of government. In both, the centre is very strong as against the units. The three lists of subjects on which the division of powers between the centre and the units is based are almost the same. The powers of the Governor General and the Governors under the Act of 1935 of making ordinances have been retained as before in the hands of the President and the Governors.

It is undeniable that the new Constitution has many similarities with the Act of 1935, but it has in many respects dissimilarities too. Unlike the

Act of 1935, the present Constitution contains a chapter on Fundamental Rights. The present Constitution proclaims India to be a Sovereign Democratic Republic, whereas system of government introduced by the Act of 1935 was autocratic. Unlike the Act of 1935, the new Constitution accepts the principle of Universal Adult Suffrage. The election under the 1935 Act was based on communal franchise and voters were divided on the basis of religious communities. The new Constitution abolishes the system of communal electorates altogether.

*The Preamble* :—The preamble of the Constitution proclaims India to be a Sovereign Democratic Republic and runs as follows :—

WE THE PEOPLE OF INDIA, having solemnly resolved to constitute India into a SOVEREIGN DEMOCRATIC REPUBLIC and to secure to all its citizens,

JUSTICE, social, economic and political;

LIBERTY of thought, expression, belief, faith and worship;

EQUALITY of status and opportunity; and to promote among them all;

FRATERNITY assuring the dignity of the individual and the unity of the Nation.

IN OUR CONSTITUENT ASSEMBLY this twenty-sixth day of November, 1949, do THEREBY ADOPT, ENACT AND GIVE OURSELVES THIS CONSTITUTION."

The preamble is a declaration of the purposes and the underlying spirit of the Constitution. It is not an integral part of the Constitution but has great constitutional significance. The preamble indicates the source, sanction, pattern, the objectives and the contents of the constitution.

*Fundamental Rights and Directive Principles :* The Indian Constitution lays down a number of Fundamental Rights which are guaranteed to all citizens. Fundamental Rights are necessary for the proper development of personality.

The rights enjoyed by the individual are not absolute but only relative. These rights are limited by similar rights of others and by considerations of public or social good. But there are certain rights which have ever been regarded as fundamental to the existence of man. These rights are recognised by all democratic states and constitutional safeguards are provided for their enjoyment.

But the mere enumeration of Fundamental Rights in the Constitution does not guarantee their enjoyment. Britain has no written Constitution but fundamental rights are quite safe there. The fundamental rights enumerated in our Constitution are justiciable. The fundamental rights guaranteed by our constitution are — (a) Right to Equality, (b) Right to freedom of Religion, (c) Cultural and Educational Rights, (d) Right to Property and (e) Right to Constitutional remedies.

In part IV of the constitution 14 articles are devoted to formulate the Directive Principles of State Policy. The 'Directive Principles of State Policy' is a novel feature of our Constitution. Such principles are to be found in Irish and Spanish Constitutions.

The difference between the Fundamental Rights and the Directive Principles is that the former are justiciable the latter are not. A citizen cannot seek the protection of Courts if the State fails to implement the Directive Principles. These principles are in the nature of directions, instructions and recommendations to the Government and Parliament of India and the Government and the Legislature of each of the States and all local or other authorities within the territory of India or under the control of the Government of India. They are like moral precepts which the authorities in India are expected to follow. Some of the Directive Principles are adequate means of livelihood, to guard against concentration of wealth, equal pay for equal work, protection of the health of workers, women and children, organisation of Village Panchayats, rights to work and education, humane conditions of work, living wages for workers etc..

*It is a Federal Constitution :—* The new constitution of India is federal in character. Federal Government is 'a system of central and local governments combined under a common sovereignty, both the central and local organisations being supreme in definite spheres marked out for them by the Constitution.' The Indian Constitution possesses all the important features of a federal constitution. The Constitution is both rigid and written. It is the supreme law of the land. Powers of Government are divided and distributed by the Constitution between the centre and the units. The Supreme Court is there to act as a guardian of the Constitution.

Though the Constitution of India is federal in form it has strong centralising tendency. Critics of our Constitution point out that it is federal in character but unitary in spirit It is true that in the Indian Federation

